

# লৌহ কপাট

জৰাসন্ধ

অনুবাদ
বসুন্ধৰা শইকীয়া

# মোৰ কথা

তিতাবৰীয়া ৰাইজ লগে লগে প্ৰায় সমগ্ৰ অসমৰে শুভাকাংখী সকলৰ মৰম আৰু সাদৰৰ প্ৰতিদান মই কেনেকৈ দিম? মোৰ পঢ়ি ভাল লগা এইখন কিতাপকে অসমীয়ালৈ অনুবাদ কৰি শৰাইত তুলি ৰাইজলৈ আগ বঢ়ালো। ভুল-ভ্ৰান্তি অলেখ, তাৰ বাবে যেন সকলোৱে মোৰ অজ্ঞতাক ক্ষমা কৰে।

কিতাপখন চপা কৰোতে মোৰ পুত্ৰসম শ্ৰীৰঞ্জিত নাৰায়ণ ডেকাই অশেষ ব্যস্ততাৰ মাজতো সময় উলিয়াই ভুল-ভ্ৰান্তি চাই দিয়া বাবে তেওঁলৈ মোৰ মৰম প্ৰীতি ৰ'ল।

ৰাইজে পঢ়ি ভাল পালে মোৰ পৰিশ্ৰম সাৰ্থক হ'ল বুলি ভাবিম।

শ্ৰীবসুন্ধৰা শইকীয়া

তিতাবৰ

# পাতনি

আজিকালি লেখক মাত্রেই সাহিত্যিক আৰু পাঠক মাত্রেই সমালোচক। সেই কাৰণে কোনো চিন্তা নাই। এফালে মোৰ লেখনি, এফালে সমালোচকৰ সমালোচনা আৰু দুয়োটাৰে মাজত থাকিল ইচ্ছা অনুযায়ী উদগীৰণৰ অবাধ স্বাধীনতা।

আগৰ দিনত সাহিত্যৰ এডোখৰ আছুতীয়া ঠাই আছিল। সাহিত্যৰথী সকলে হাতত ফৰ্মুটি লৈ সীমা পহৰা দিছিল। তেনে সাহিত্যৰথী নিৰুদ্দেশ হ'ল। সাহিত্যৰ সীমা ৰেখাও হেৰাই গ'ল। আজিৰ সাহিত্যিকৰ চকুত জনতোষণৰ অঞ্জন, কণ্ঠত গণ দেৱতাৰ জয়ধ্বনি। সেয়েহে সাহিত্যত সাৰ্বজনীন দুৰ্গাপূজাৰ দৰে ঢাক, ঢোল, মাইক, লাউদ স্পীকাৰৰ শব্দ ৰসগ্ৰাহী সকলৰ ক্ষীণ কণ্ঠ অশ্ৰুত। আজিৰ যুগত হটা মাতেৰে ঐতিহাসিকৰ দম্ভ, দাৰ্শনিকৰ দ্বন্দ্ব, বৈজ্ঞানিকৰ বাগাড়ম্বৰ আৰু ৰাজনীতিজ্ঞৰ কণ্ঠহে শুনা যায়। সাম্যবাদ, আকাল, বুনিয়াদী শিক্ষা, ক'লাবজাৰ সকলোৰে সাহিত্যৰ ছত্ৰছায়াত সমান অধিকাৰ।

সমালোচক সকলো বৈ থকা নাই। গতানুগতিক ধাৰা বাদ দি তেওঁলোকো অভিনৱ বাটেৰে নতুন সাহিত্যৰ ৰসৰ আস্বাদন লৈ ওলাই আহিছে। ডক্টৰেট পোৱা এজন লোকৰ লগত চিনাকী হৈছিল। তেওঁৰ গৱেষণাৰ বিষয় বণিক-সাহিত্য। এই গৱেষণাৰ সঁজুলি কেইহেজাৰমান বিজ্ঞাপন, কেই বস্তা মান কেচমেমো আৰু তিনি ডজন মান ডাঙৰ শিল্পপতিৰ বক্তৃতা। কোনোবা চামৰা কাৰবাৰীৰ বিলৰ ফৰ্মত তেওঁ পোৱা ৰস হেনো ৰবীন্দ্ৰ সাহিত্যতো পোৱা নেযায়।

মোৰ দুৰ্ভাগ্য প্ৰভুৱে মোক দুই ৰসৰ পৰাই বঞ্চিত কৰিলে। বাণিজ্য লক্ষ্মীৰ সুবৰ্ণ সিংহাসনৰ প্ৰতি মোৰ লোলুপ দৃষ্টি কাতোকৈ কম নহয়; কিন্তু সৰস্বতীৰ কমল বনত তাক প্ৰতিষ্ঠিত দেখিলে দুখ লাগে। বেপাৰীৰ মানদণ্ড ৰাজদণ্ড হলেও আপত্তি নাই কিন্তু তাক যদি কবিৰ লেখনি বা শিল্পীৰ অঙ্কণত দেখো তেতিয়া আঘাট পাওঁ।

মই জানো— সাহিত্যৰ প্ৰতি মোৰ এনে মনোভাব এই যুগত অচল। মোৰ ৰচনাৰ বিষয়ে মোৰ ধাৰণা যিয়েই নহওঁক, কেতিয়াবা হয়তো অতি আধুনিক সমালোচকে ইয়াৰ মাজতে অনাস্বাদিত কাব্যৰস আৱিষ্কাৰ কৰিব। তেতিয়া মোৰ খ্যাতি জলে-স্থলে বিস্তাৰ হৈ গলেও আচৰিত নহয়। অল ইণ্ডিয়া ৰেডিয়ৰ মজদুৰ মণ্ডলী বা দুৰৰ গাৱঁলৈ প্ৰধান অতিথিৰ আহ্বান আহিলেও— এই লেখনিৰ ৰেখাত যি ৰূপ প্ৰকাশ হৈছে সেয়া যে সাহিত্য নহয়, তাক মই কেনেকৈ অস্বীকাৰ কৰিম? জীৱনত বহুত কিবা কিবি হোৱাৰ আশা পুহিছিলো কিন্তু সাহিত্যিক হোৱাৰ দুৰাশা কল্পনাতীত।

বঙ্গদেশত দুটা ব্যাধিৰ প্ৰাধান্য— এটা মেলেৰীয়া ব্যাধি, আনটো কাব্য ব্যাধি। এই ব্যাধিৰ পৰা ৰক্ষা পৰা শিক্ষিত বঙালী প্ৰায় নায়েই। মোৰ পৰম সৌভাগ্য

মেলেৰীয়াৰ আক্ৰমণত শয্যাশায়ী হ'লেও কাব্য ব্যথিত এবাৰ মাথো পৰিছিলো আৰু সেয়ে আছিল প্ৰথম আৰু শেষ।

গাৱঁৰ স্কুলৰ ওপৰ শ্ৰেণীত পঢ়ো। বছেৰেকীয়া পৰীক্ষাৰ সময়। টোপনি ক্ষতি কৰি কম্বলৰ মাজত সোমাই ইব্ৰাহিম লোডীৰ চৰিত্ৰ মুখস্থ কৰিছিলো; হঠাৎ মনৰ মাজত কবিতাৰ আবিৰ্ভাব হ'ল। বুৰঞ্জীৰ কিতাপ জপাই বহী লৈ লিখিলো—

"জোনৰ পোহৰত কিয় বাৰু আজি
নাচি উঠে মোৰ প্ৰাণ।"

সময়টো আছিল পিছে কৃষ্ণ পক্ষহে। চন্দ্ৰদেৱতাৰ আবিৰ্ভাৱ ঘটাই নাছিল। দক্ষিণৰ বতাহ, ফুলৰ সৌৰভ, কবিতাৰ বাহন, সকলোৰে সেই সময়ত অভাব আছিল। তথাপি কিয় যে কবিতা মোৰ গাত ভৰ কৰিছিল তাৰ ৰহস্য আজিও ভাবি নেপালো, ভৰ কৰিলেও দ্বিতীয় শাৰী বহুত চেষ্টা কৰিও সম্পূৰ্ণ কৰিব নোৱাৰিলো। তাৰ পিছত কেতিয়া কাব্যৰ ঠাই নিদ্ৰাদেৱীয়ে আকোৱালি ললে গমকে নেপালো। গম পালো কাণমলা খায়। তৎক্ষণাৎ ইব্ৰাহিম লোডীৰ ৰাজ্যলৈ উভতি আহি দেখো মোৰ কবিতাৰ দ্বিতীয় শাৰী জ্বল জ্বল পট্ পট্ কৈ জিলিকি আছে।

নাচ বাদ দি পঢ়া ইতিহাস
নহলে চিগিব কাণ।

গম ধৰিব পাৰিলো অদৃশ্য হাতে মোৰ কাণকে টানি এৰা নাই, মোৰ কবিতাও সম্পূৰ্ণ কৰি থৈ গৈছে।

শুনিছিলো মোৰ আগতে আৰু এজন কবিৰ এনে দুৰ্লভ সৌভাগ্য হৈছিল— তেওঁ আছিল মহাকবি জয়দেৱ। শ্ৰীকৃষ্ণৰ লেখনীৰ স্পৰ্শত তেওঁৰ কাব্য বিপুল ধাৰাত বৈ গৈছিল, সেইদিনা মনত বৰ দুখ পালেও আজি পিছে মোৰ পুজনীয় পৰলোকগত পেহাক কৃতজ্ঞতা জনাইছো। অকল মোৰেই নহয়, পেহা আপোনালোকৰো কৃতজ্ঞতাৰ পাত্ৰ। তেখেতে তেনে ব্যৱস্থা নকৰা হলে মোৰ শ শ কবিতাই আপোনালোকৰ কাণৰ কণামাকৰি সৰালেহেঁতেন।

আপোনালোকৰ সপ্ৰশ্ন দৃষ্টি মই লক্ষ্য কৰিছো । কাব্য বা সাহিত্যৰ প্ৰতি যদি তোমাৰ এনে মনোভাব তেন্তে এইবোৰ কি? এয়া সাহিত্য নহয়, উপন্যাস নহয়, প্ৰবন্ধ নহয়, কি মই নিজেই নেজানো। যদি সোধে তেন্তে ইয়াৰ প্ৰয়োজন কি আছিল— মই নিৰুত্তৰ। প্ৰয়োজন সঁচাকৈয়ে নাই, মাত্ৰ কব পাৰো জীৱনত এনে এটা পথত মই চলিছো যিটো প্ৰকাশ্য ৰাজপথ নহয়। সেয়া এখন নিষিদ্ধ জগৎ। তাত থকা লোকৰ আৰু আমাৰ মাজত আছে লোহাৰ দাওৰ যৱনিকা। তাৰ সিপাৰত পাষাণঘেৰা ৰহস্যলোক। কিন্তু তাহাঁতো মানুহ। তাহাঁতৰো আছে বৈচিত্ৰ্যময় জীৱন কাহিনী। যেই জীৱন সুখত উজ্জ্বল, দুখত ম্লান, হিংসাত ভয়ঙ্কৰ আৰু প্ৰেমত জ্যোতিৰ্ময়। সেই

পাষাণপুৰীৰ দীঘল কোঠালীৰ স্তব্ধ বতাহত গোট খাই আছে অলিখিত ইতিহাস। সভ্য পৃথিবীয়ে তাৰ নো কিমান জানে? মই দীৰ্ঘ জীৱন ধৰি পুৱা, সন্ধিয়া, নিভৃত নিশাৰ এন্ধাৰত তাত বিচৰণ কৰি ফুৰো, তথাপি মই নো কিমান জানো? সেই চকু, সেই কাণ আৰু সেই স্নেহ নাই যাৰ পৰশত অন্ধ হয় চক্ষুস্মান আৰু ক'লা হয় শ্ৰুতিধৰ।

একেবাৰে নোপোৱাও নহয়। সেই এন্ধাৰৰ কোনো প্ৰাণীয়ে কেতিয়াবা অকস্মাৎ মনৰ দুৱাৰ মেলি ধৰিছিল । মুহূৰ্ত্তৰ বাবেহে প্ৰৱেশৰ অধিকাৰ পাইছিলো । যিখিনি সংগ্ৰহ কৰিছিলো তাক গোটাই থৈছো মনৰ মণিকোঠাত। ইয়াত যি দিলো সি মাত্ৰ তাৰ আভাষ বা ব্যৰ্থ প্ৰয়াস।

কুন্তীদেৱীয়ে সদ্যজাত কৰ্ণক কলঙ্কৰ ভয়ত পানীত উটাই দিছিল। মহাভাৰতৰ এই কৰুণ কাহিনীয়ে আজিও আমাৰ মন বেদনাত ভাৰক্ৰান্ত কৰি তোলে। কিন্তু আমাৰ মাতৃস্বৰূপিনী বিশ্ববিদ্যালয়ে যে প্ৰতি বছৰে শত শত সন্তান প্ৰসৱ কৰি অথাই সাগৰত পেলাই দিয়ে তাৰ বাবেতো কাৰো কোনো বেদনা নাই। থকা হলে এওঁলোকক লৈয়েই আৰু এখন ওঠৰ পৰ্ব্বীয় মহাভাৰত ৰচনা কৰিব পৰা গ'লহেঁতেন।

নিয়ম অনুসৰি মোৰ স্নেহময়ী বিশ্ববিদ্যালয় মাতৃয়ে ডিগ্ৰিত এটা ডিপ্লমাৰ কবচ আৰি অথাই সাগৰত দলিয়াই দিলে। সামান্য কেৰাণী পদ এটাৰ কাৰণেও মোৰ কোনো হাতদীঘল মোমাই, মহা বা পুত্ৰ নাইকীয়া, ক্ষমতাশালী শহুৰ ভাগ্যত নঘটিল। সম্বলৰ ভিতৰত এটা নীলা জীনস্‌ৰ পেন্ট আৰু নীলা এটা কোট। সেই কোটৰ ঘামত লিপিট খোৱা বুকুৰ আশ্ৰয় কৰিয়েই ঘাটে-ঘাটে গতা ভুকুতা খাই ঘুৰি ফুৰিলো।

মাজে মাজে হাকিম চিকাৰৰ প্ৰয়োজন হ'লে দয়ালু চৰকাৰে এইবোৰ ভোকাতুৰ, অথাই সাগৰত পৰি থকা মানুহৰ মুখৰ আগত কম্পিটিটিভ পৰীক্ষাৰ টোপ দিয়ে। ফলত দেখা যায় টোপ বহুতে গিলে যদিও পাৰলৈ মাত্ৰ কেইজন মানকহে তোলা হয়। পাৰলৈ নুঠা সকলে আক্ষেপ কৰি কয় এয়া পৰীক্ষা নহয়— ফান্দহে। চাকৰিৰ কাৰণে প্ৰয়োজন এদল সদা নতশিৰ বাধ্য ল'ৰাৰ, যাৰ কান্ধত যুৱলি বান্ধি দিলেও সি নিৰ্বাক হৈয়েই থাকিব, কেতিয়াও প্ৰতিবাদ নকৰিব। এনে সদ গুণ মোৰ কেতিয়াবা হোৱাটো সপোনৰো অগোচৰ। এপ্লিকেচন আৰু ইণ্টাৰভিউ দি বিৰক্ত হৈ মুখ সলনি কৰিবলৈ চৰকাৰে পেলোৱা টোপ গিলি পেলোলো। শৰৎ বাবুৰ শ্ৰীকান্তই কৈ গৈছে ইংৰাজৰ ৰাজত্বত ডাক্তৰৰ প্ৰবল প্ৰতাপ । কচাইখানাৰ জীৱ বধ হোৱাৰ আগতেও ডাক্তৰৰ হাতৰ মাজেঁদি সৰকি যোৱাৰ দৰকাৰ।

মই গোলামখানাৰ যাত্ৰী— সেয়েহে মোৰ এই তুচ্ছ দেহটো সৰ্ব্বশক্তিমান মেডিকেল বোৰ্ডৰ সম্মুখীন হ'ব লগীয়া হ'ল। কেইজনমান ভুক্তভোগী ক্ষীণদেহী বন্ধুৱে ইয়াৰ নাম দিলে বলিৰ কাঠ। চিন্তাত মোৰ শৰীৰ ক্ষণে ক্ষণে কণ্টকিত হৈ পৰিল। বন্ধুহঁতে সান্ত্বনা দিলে, শুভ কামনা কৰা সকলে উপদেশ দিলে। কোনোবাই কলে ডাম্বেল ভাজ, কোনোবাই উপদেশ দিলে হাতীৰ চৰ্বি খা, কোনোৱে আকৌ প্ৰস্তাৱ দিলে কাশ্মীৰ উপত্যকাত ঘুৰি আহগৈ। মাজত মাথো সময় চৈধ্য দিন।

একেবাৰে শেষৰ উপদেশ দাতা হ'ল আমাৰ বোৰ্ডিঙৰ মেনেজাৰ হৰি পাণ্ডা। মোৰ অৱস্থা দেখি অনেক সহানুভূতি প্ৰকাশ কৰিলে, পিছত কলে এটা সহজ উপায় আছে— পিছে আপুনি আকৌ মোৰ প্ৰস্তাৱ শুনি বা কেনে পায়?

মই মাজতে বাধা দি মিনতি কৰি কলো, "হৰি বাবু, এই বিপদত আপুনিয়েই একমাত্ৰ ভৰষা।" অলপ বেলি মনে মনে থৈ কলে "আলু সিজোৱা খাওঁক।"

"আলু সিজোৱা?"

"আলু সিজোৱা আৰু দুই বেলা দুবাৰ ভাত। ইয়াৰ ভিতৰতে যদি আপোনাৰ চোলা টান হৈ নেযায় মোৰ নাম হৰি পাওাই নহয়।"

মেনেজাৰৰ অসীম দয়া। মাহৰ শেষত পুৰা বোৰ্ডিং চাৰ্জ্জ হে মাথো মোৰ পৰা লৈছিল, উপদেশৰ মূল্য একো বিচৰা নাছিল। কিন্তু ইমান পৰিশ্ৰমৰ পিছতো শৰীৰ ডাঙৰীয়া তুষ্ট নহ'ল। শৰীৰৰ ওজন আৰু বুকুৰ বেৰ মোৰ বিৰুদ্ধেই গ'ল। মেডিকেল বোৰ্ডৰ মুখ গম্ভীৰ হ'ল। পিছে সেই বোৰ্ড পিচ হোঁহকা পাত্ৰ নহয়। দুৰ্দান্ত প্ৰতাপৰে সক ল'ৰাৰ হাতৰ প্লাষ্টিকৰ পুতলাৰ দৰে মোৰ শৰীৰৰ ওপৰত আক্ৰমণ চলালে। পেট টিপি, বুকু ঢকিয়াই, দাঁত টানি, গুৱাই ডিঙিৰ ভিতৰলৈ কিবা যন্ত্ৰ পঠিয়াই, ছাপ মৰাই, লৰ মৰাই আৰু অনেক অসহ্য অশ্লীল প্ৰক্ৰিয়া প্ৰয়োগ কৰি যেতিয়া মোক এৰি দিলে, মোৰ তেতিয়া সকলো নিঃশেষ হৈ গ'ল, চাকৰি কৰিবলৈ একো অৱশিষ্ট নৰল। কি পূণ্যৰ ফলত হৰি পাওাৰ আলু পিটিকাৰ কল্যাণতে নে কি শেষ পৰ্য্যন্ত বোৰ্ড মোৰ ওপৰত সন্তুষ্ট হৈ পিঠিত মাৰ্কা মাৰি দিলে "ফিট্"।

কোনোমতে বৈতৰণী পাৰ হ'লো, হাকিমৰ স্বৰ্গলৈ যোৱাত বাধা নৰল। শুভাকাঙ্খী সকল চঞ্চল হ'ল, বন্ধুহঁতৰ আনন্দৰ পাৰ ভাঙি গ'ল। অভিনন্দনৰ ধুমুহাত মই পোত গ'লো। কিন্তু চিঠি দেখোন নাহে? দিনৰ পিছত দিন পাৰ হৈ গ'ল। চৰকাৰী চাপ মৰা বাদামী বৰণৰ লেফাফা আৰু নাহিল।

প্ৰথমে দুখ আৰু খং উঠিলেও শেষত নিজক সান্ত্বনা দি ভাবিছিলো— ঈশ্বৰে যি কৰে ভাললৈকে কৰে। পুনৰ চাকৰি সন্ধানৰ অভিযান আৰম্ভ কৰিলো। জীনৰ পেন্ট আৰু নীলা কোটৰ গাত ঘন ঘন ড্ৰাইক্লিনিংৰ নম্বৰ পৰিবলৈ ধৰিলে।

এনে সময়তে খবৰ পালো— বাংলা দেশৰ কেইজনমান মন্ত্ৰীয়ে কেইটামান লোভনীয় চাকৰিৰ টোপ লৈ চট্টগ্ৰামৰ কোনোবা টিলাৰ ওপৰত অপেক্ষা কৰি আছে। মোৰ দৰে ভাল ল'ৰা পালে চাকৰিৰ টোপ খুৱাই পাৰলৈ তোলাত সন্দেহ নেথাকিল। এখন ডাঙৰ দীঘল সুপাৰিচৰ কাগজ সংগ্ৰহ কৰিলো। যি জনে কাগজ খন দিলে শুনিছো তেওঁ মন্ত্ৰীৰ বিশেষ বন্ধু। সেয়েহে চাকৰিৰ সম্বন্ধে একৰকম নিশ্চিত হৈয়েই চট্টগ্ৰামলৈ ঢাপলি মেলিলো।

সুন্দৰ বঙলা, বিতোপন পৰিৱেশ, বিচিত্ৰ প্ৰাৰ্থীৰ ভিৰ। কিন্তু মন্ত্ৰী মহোদয়ৰ দেখা নাই। কেই ঘণ্টামান খবলি খোৱাৰ পিছত গম পালো মন্ত্ৰী মহোদয়ে বঙলাৰ গাতে লাগি থকা গোলাপ বাগিছাত গোলাপ ফুলৰ বুকুত থকা নিয়ৰ গোটোৱাত ব্যস্ত আছে। ভাবিলো মন্ত্ৰীত্ব লৈ মন্ত্ৰীসকলে কি কঠোৰ পৰিশ্ৰম কৰিব লগীয়া হয়।

আৰু এঘণ্টা পাৰ হ'ল। শেষত মৰো জীউ সো অধিকৈ গোলাপ বাগিছাত সোমাই মন্ত্ৰী ডাঙৰীয়াক প্ৰণাম জনালো। মন্ত্ৰী মহোদয়ে মোৰ হাতত থকা সুপাৰিচৰ পত্ৰ গ্ৰহণ কৰিলে। ময়ো সক বক্তৃতা এটা দি তেখেতৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিলো। মন্ত্ৰীয়ে উত্তৰ নিদি মিচিকিয়াই হাঁহি গোলাপৰ নিয়ৰ গোটোৱাত ব্যস্ত হ'ল।

তৃতীয় ঘণ্টা শেষ হলত মন্ত্ৰী ডাঙৰীয়াৰ চেক্ৰেটৰীৰ শৰণ ললো। আবেদন পত্ৰৰ বিষয়ে সোধাত গম্ভীৰ ভাবেৰে ইংৰাজীত "ডাকত উত্তৰ যাব" বুলি জনালে।

চাৰিবছ বছৰ সাতমাহ পাৰ হৈ গ'ল, সেই ডাক আজিকোপতি নেপালেহি।

চাকৰি দিয়ক বা নিদিয়ক, অযাচিত উপদেশ দিয়াত কিন্তু কোনেও কৃপণালি নকৰে। ৰেজিষ্ট্ৰেচন বিভাগৰ মুৰব্বী বিষয়াই আদৰ-সাদৰ কৰি বহুৱাই দেশৰ নিবনুৱা সমস্যা, ছোৱালীৰ বিয়াৰ যৌতুক, প্ৰমোচনৰ ক্ষেত্ৰত চৰকাৰৰ অবিচাৰ আদি বহুতো গম্ভীৰ বিষয়ে আলোচনা কৰি শেহত কলে" এটা কাম কৰক চাকৰি কৰি কি কৰিব— তাৰ সলনি বাদামৰ খেতিকে কৰকচোন, হাল বাবলৈ লাজ পায়েই তো আজি দেশৰ যুৱকৰ এই অৱস্থা। সেইবোৰ দেশলৈ চাওঁক— লয়েড জৰ্জ্জৰ বাপেক মুচি আছিল। ফোৰ্ড আছিল মিস্ত্ৰি"। অথচ মই সামান্য শিক্ষক পদৰ প্ৰাৰ্থী বুলি শুনি শিক্ষা বিভাগৰ এজন বিষয়াই বৰ দুখপাই কলে " ডেকা ল'ৰা, মন পেলাই দিলে কেনেকৈ হ'ব? ঘৰে ঘৰে শিক্ষা বিস্তাৰ কৰা। শৰৎচন্দ্ৰৰ পল্লী সমাজ পঢ়িছা নহয়— তাত বিশ্বেশ্বৰীয়ে কি কৈছিল— "ঘৰে ঘৰে শিক্ষাৰ পোহৰ বিলা ৰমেশ। এতিয়া যুৱক সকলৰ কৰ্ত্তব্য পোহৰ বিলোৱা।"

আৱকাৰী, পশুচিকিৎসা বিভাগ, জন স্বাস্থ্য, মাছ পালন কোনো বিভাগেই বাদ নপৰিল। নীলা কোটৰ বৰণ ৰ'দে বতাহে উৰি গ'ল, জোতাৰ চোল তিনিবাৰ সলালো। অৱশ্যে তেতিয়াও দুটা বিভাগৰ ওচৰলৈ যোৱা হোৱা নাছিল— পুলিচ আৰু জেল, কিয় জানো এই দুটা বিভাগলৈ মোৰ পেটে পেটে ভয় আছিল। ভাগ্য নিয়ন্তা ভগবানৰ আঙুলি সংকেটত জেল বিভাগৰ বগা বৰ চাহাব লেফটেন্যাণ্ট কৰ্ণেল আই, এম, এচৰ পৰা আহ্বান পালো। ভয়ে ভয়ে আগত ঠিয় হওঁতে কলে "তোমাৰ কেচটো চালো বৰ দুৰ্ভাগ্যজনক। যি নহওঁক মই তোমাক চাকৰি দিম। এয়াই চাকৰি আৰু এয়াই তাৰ ভৱিষ্যত বুলি যি বৰ্ণনা দিলে যেন চাকৰি নহৈ তেওঁৰ অবিবাহিতা জীয়ৰীকহে মোক যোগ্য পাত্ৰ বুলি বিয়া দিয়াৰ চিন্তা কৰিছে। ধন্যবাদ জনাই ওলাই আহোতে মাতি নি ক'লে "তোমাক বৰ দুৰ্ব্বল দেখিছো, You should get a healthy station. দাৰ্জিলিঙলৈকে যোৱা— কি কোৱা?'

প্ৰচলিত নিয়মৰ ব্যতিক্ৰম হ'ল। মোৰ দৰে নকৈ চাকৰিত সোমোৱা মানুহৰ কোনো চেণ্ট্ৰেল জেলত কেইবছৰ মান প্ৰশিক্ষণ লোৱাৰ দৰকাৰ। দাৰ্জ্জিলিঙৰ দৰে সক ঠাই মোৰ প্ৰাপ্য নহয়।

এক শৰৎৰ সন্ধিয়াত মোৰ অভিযান আৰম্ভ হ'ল। মেঘমায়াৰ দেশলৈ যাত্ৰা কৰিলো, হওঁক তেওঁ কোনোমতে আশ্ৰয় এটা ওলাল। সকবেই হওঁক বা ডাঙৰেই হওঁক এটা অৱলম্বন। উদ্বেগময় আশঙ্কাৰ পৰিসমাপ্তি ঘটিল। কিন্তু সকলো তল পেলাই মাজে মাজে ভয়ৰ উদ্ৰেগ হ'ল। চাকৰিত জপিয়াই পৰিলো হয় কিন্তু তাৰ অন্ধকাৰ ৰহস্যময় গৰ্ভত বা কি আছে?

জি, বি, এসৰ নাটকত যেনেকৈ পাতনি, চৰকাৰী চাকৰিতো তেনে প্ৰোবেশন

অর্থাৎ যোগ্য অযোগ্য বুজাৰ সময়। প্ৰকৃত বস্তুৰ ৰস গ্ৰহণ কৰিবলৈ নিশ্চয় দুইখন দেওনাপাৰ হ'ব লাগিব।

দেওঁনা পাৰ হোৱা বাটতো পিছে বৰ কাঁইটীয়া, অইনৰ কথা ক'ব নোৱাৰো— মই কিন্তু এই দেওঁনা পাৰ হ'বলৈ যি কাঁইটৰ খোচ খাইছো তাৰ লগত ভালো কিছু পাইছো। দুখৰ লগত কৌতুক, কাঁইটৰ খোচৰ লগত ধেমালিৰ প্ৰলেপো লাভ কৰিছো।

গিৰিন দাদাই কৈছিল— চাকৰি জীৱনৰ প্ৰথম পাঠ চেলাম। সেই বস্তুটো থিক সময়ত, থিক ঠাইত; থিক মতে ঠুকিব নোৱাৰিলে গোটেই জীৱন কপাল চপৰিয়াই থাকিব লাগিব। বিজ্ঞ গুৰুজনৰ এই উপদেশ মই আওঁহেলা কৰা নাছিলো, শুনিলো মোৰ ওপৰৱালা ভালে কেইজন। তাৰ বাবে নো চিন্তা কিহৰ? One cannot please every body— এইটো দৰ্শন সেই দেশতহে বজে য'ত দেৱতা নাই। আমাৰ দেশত তেত্ৰিশ কোটি দেৱতা, তেত্ৰিশ কোটিক যদি সন্তুষ্ট ৰাখিব পাৰো- দু জন ওপৰৱালাক সন্তুষ্ট কৰাতো নো কি টান ?

সকজন ওপৰৱালাৰ লগত প্ৰথম সাক্ষাৎ । ভদ্ৰলোকে আগতেই জানিছিল— তেওঁৰ এই নতুন তলতীয়া কৰ্মচাৰী জনৰ টোপোলাত বিশ্ববিদ্যালয়ৰ কেইটামান ডিগ্ৰিৰ বাহিৰে আন একো নাই। অৰ্থাৎ চাকৰি বজাৰত অতীৱ প্ৰয়োজনীয় অভিজ্ঞতা শূণ্য। তেখেত আকৌ অকল এই ধনৰেহে ধনী। বিশ্ববিদ্যালয়ৰ ডিগ্ৰী তেওঁৰ মানত সক লৰাৰ পুতলাৰ দৰে নগণ্য। কামৰ জগতত সেই ডিগ্ৰী মূল্যহীন।

তেওঁ প্ৰথমেই মোক প্ৰশ্ন কৰিলে— মই কাম-কাজ কিমান জানো? এক্লাচ কয়দী আৰু বি ক্লাচ কয়দীৰ পাৰ্থক্য জানো নে নেজানো, ষ্টক বুক, ৰিলিজ ডায়েৰী বা ভেইচ নম্বৰ ৰিটাৰ্ণ সম্বন্ধে জ্ঞান কিমান ইত্যাদি। আটাইকেইটা প্ৰশ্নৰ নেতিবাচক উত্তৰ শুনি তেওঁ আৰামী চকীত আউজি পৰি কলে, "আপোনাক লৈ মই কি কৰিম?"

ভদ্ৰলোকৰ কাৰণে সচাঁয়ে দুখ লাগিল। মনে মনে সমবেদনা জনাই গুচি আহিছিলো। তেখেতে হঠাৎ পোন হৈ বহি ক'লে, "ডিগ্ৰিৰ বিষটোৱে খালে আৰু মোক। হেৰি কেজুৱেল ছুটীৰ এখন দৰ্খাস্ত লিখি দিয়কছোন— এদিন হলেই হ'ব। অলপ বৈ মিচিকিয়াই কলে, "আপোনালোকতো বিদ্বান মানুহ, চাওঁ কি লেখে।"

দৰখাস্ত. লেখিলো। জীৱনৰ আচল পৰীক্ষা এতিয়াহে আৰম্ভ হ'ল বুলি গম পালো। বহুত পৰীক্ষা দিলো— টোপনি খতি কৰি অনেক কিতাপ পত্ৰ পঢ়ি যি পৰীক্ষা দিলো সেয়া আজি অৰ্থহীন। তাৰ খবৰ কোনেও কোনোদিন নিবিচাৰিব।

মই লেখা দৰ্খাস্তখন চাই জেলাৰ চাহাব খণ্ডত একো নাই হৈ কলে, "এইখন কি লিখিলে? এয়া আপোনাৰ স্কুলৰ দৰখাস্ত নহয়— বেফাৰেন্স ক'ত? অফিচিয়েল কৰেচপণ্ডেনচত প্ৰথমেই লাগে ৰেফাৰেন্স, আপুনি এইটোও নেজানেনে ? লিখক— মই কাগজ কলম হাতত লৈ সাজু হলো।

**Honoured Sir**

With reference to the pain on my neck dated ৰ'ব চাই লও অ' 20 instant I have the honour to be sir, your most obedient Servant বুজিলে?

চৰকাৰৰ অশেষ কৃপা অকল চাকৰিকে দিয়া নাই লগত দিছে এটা সৰু ঘৰ। পিছ ফালে শিলৰ দেৱাল। পাইন বনৰ মাজে মাজে এঁকা বেঁকা পিচ দিয়া আলি গৈ লগ লাগিছে ভিক্টোৰিয়া ৰোডৰ লগত। সমুখেদিও গৈছে একাবেকা বাট, এই বাট গভীৰ অৰণ্যৰ উপত্যকাৰ মাজত হেৰাই গৈছে, ঘৰটোৰ দাঁতিতে এডোখৰ মুকলি ঠাই— তাৰ মালিক এতিয়া মই; কিন্তু আগতে ওচৰৰ সৰু সৰু ল'ৰা ছোৱালীৰ স্বত্বত আছিল। প্ৰত্যেক দিনা অৱশ্যে কৰণীয় কাম এটা তাহাঁতে তাত নিঃসঙ্কোচে কৰি গলেও মোৰ চকু আৰু নাকৰ কাৰণে আৰামদায়ক নাছিল।

কাম শিকাৰ মাজে মাজে মই যথেষ্ট আজৰি পাওঁ, সময়খিনি কেনেকৈ কটোৱা যায় ভাবি অন্ত নেপাওঁ, সময় কটাবলৈ মুকলি মাটি ডোখৰত কোৰ, খুৰপি খুপি লৈ ফুলৰ বাগিছা কৰিবলৈ ললো। ফুলনিও হ'ল, লগে লগে মোৰ স্বাস্থ্যও উন্নত হ'ল।

এদিন আবেলি বিপুল উদ্যমৰে বাগিছাত কাম কৰি থাকোতে পিছ ফালে ভগা কাঁহত কোব সোধোৱাৰ নিচিনা বিকট চিঞৰৰ দুটা শুনি চক্ খাই উঠিলো। উভতি চাই দেখো এগৰাকী পাহাৰী মধ্যবয়সীয়া মহিলা আৰু এগৰাকী যুৱতী। কাৰ মুখৰ পৰা নো এনে ভগা কাঁহত মাৰ মৰাৰ দৰে মাত ওলাইছে ভাবি থাকোতেই যুৱতী গৰাকীৰ খিল্ খিল্ হাঁহিৰ মূৰ্চ্ছনাত মোৰ কাণ জুৰ পৰিল। হাঁহি ইমান মধুৰ— মানুহে এনে সুন্দৰকৈ হঁহা দেখোন মই আগতে শুনাই নাছিলো। এয়া মানবী নহয় কোনোবা মধুৰ কণ্ঠী কিন্নৰী— হিমালয়ৰ বুকুৰ পৰা মেঘৰ ডিঙাত ভাঁহি আহি মোৰ বাগিছাৰ কাষত বৈছেহি।

আকৌ ভগা কাঁহ বাজিল, মই জিকাৰ খাই উঠিলো। প্ৰৌঢ়াই কিবা কৈছিল মই কিন্তু এক বৰ্ণও বুজি নেপালো। যুৱতী গৰাকীয়ে ভঙা ভঙা হিন্দিতে কলে "এয়া বড়ী আম্মা। মই কাঞ্চী।"

অ' এখেতেই তেনেহলে স্বনামধন্যা বড়ী আম্মা,

ডাক্তৰ থাপাৰ বৰ গৰাকী মহিষী। অহাৰ পিছৰে পৰা ডাক্তৰৰ ল'ৰা-ছোৱালীৰ মুখত এখেতৰ কথা শুনিয়েই আছো। কাৰ্সিয়াঙৰ ওচৰৰ পৰা ভতিজা জীয়েকক আনিবলৈ গৈছিল বুলি কৈছিল। এওঁৱেই তেনেহ'লে ভতিজা জীয়েক।

বড়ী আম্মাক যথাযোগ্য ভাৱে অভিবাদন জনালো। তেওঁৰ কণ্ঠৰ পৰা আৰু বাক্য উদগীৰণ হ'ল— কাঞ্চীয়ে কলে বড়ী আম্মাই সুধিছে ইমান কষ্ট কৰি এই ফুলৰ বাগিছা কাৰ কাৰণে কৰিছো। ফুল ফুলিলে খোপাত পিন্ধা মানুহ দেখোন দেখা নাই। তেওঁনো কেতিয়া আহিব? মাত বিমানেই খহটা নহওঁক কথাৰ সুৰ আন্তৰিকতাপূৰ্ণ। মই কলো "মইতো নাজানো।"

"নাজানা কিয়?"

"কাৰো খোপাকে দেখা নাই আজিলৈকে, কেনেকৈ জানিম তেতিয়া ?"

"অ" বুলি কঞ্চীৰ লগত মুৰ জোকাৰি কথা পাতি কলে "তেনেহ'লে আমি বিচাৰো।"

মই কলো, "আপুনি গুৰুজন বিচাৰিব পাৰে। কিন্তু যি আহিব তেওঁক আগতে কব ইয়াত খোপাত পিন্ধিবলৈ ফুল হে পাব মুখত দিবলৈ অন্নৰ অভাৱ। তাৰ ব্যৱস্থা আপুনিয়েই কৰিব লাগিব।"

মোৰ কথা শুনি বা অভিনৱ হিন্দীৰ কোব দেখি এইবাৰ কাঞ্চীয়ে খিল্‌খিলকৈ হাঁহিবলৈ ধৰিলে, তাৰ লগত যোগ দিলে বড়ী আম্মাই। বিৰাট ল্যাণ্ডস্কেপৰ হেঁচাত পাহাৰী ঝুৰিৰ কলধ্বনি হেৰাই গ'ল।

ডাক্তৰ থাপা মোৰ প্ৰতিবেশী, সদায় দেখা হয়। ভদ্ৰতা ৰক্ষা কৰা হয় যদিও ঘনিষ্ঠতা হোৱা নাই। কাৰো সাতে পাঁচে নথকা নিৰিহ ভদ্ৰলোক। ক্ষুদমান চকু হালত নিৰ্লিপ্ত দৃষ্টি। এদিন অলপ জ্বৰ জ্বৰ লগাত মাতি পঠিয়ালো। তেখেতৰ বাওঁহাত ডিঙিৰে সৈতে বান্ধি থোৱা।

"এ ৰাম! আপোনাৰ হাতৰ কি হ'ল ডাক্তৰ?"

ডাক্তৰে তাচ্ছিল্যৰ ভঙ্গীৰে ক'লে, "দ্যাট ৱন্ড ট্ৰাবল।" তেওঁৰ ক্ষুদমান চকু জোৰ কৌতুকৰে উপচি পৰিল। বুজিলো ঘটনাটো দাম্পত্যজনিত। ইমান ওচৰতে থাকি এই বিষয়ে নজনাতো ডাক্তৰে বুজি পাইছিল।

ডাক্তৰ থাপাৰ দুগৰাকী পত্নী। পোন্ধৰ বছৰ সংসাৰ কৰাৰ পিছতো সন্তান নোহোৱাত বড়ী আম্মাই আদেশ দিলে "বিয়া কৰোৱা।" বেচেৰা ডাক্তৰ ভয়ত সন্ত্ৰস্ত হ'ল। অস্ফুটে উচ্চাৰণ কৰিলে বি- য়া। দ্বিতীয় বাৰ সাহস নিশ্চয় হোৱা নাছিল। এনেকৈয়ে বড়ী আম্মাৰ সম্বন্ধীয়া ভনীয়েক কাঞ্চী আম্মা আহিল, বছৰ পুৰ নৌ হওঁতেই পুত্ৰ কন্যাৰ শোভাযাত্ৰা আৰম্ভ হ'ল। কাঞ্চী আম্মাৰ লগত সন্তানৰ সম্বন্ধ জন্মদানতেই শেষ। বাকী সকলো ভাৰ বড়ী আম্মাৰ ওপৰত। বড়ী আম্মাৰ বিশাল সংসাৰৰ ওপৰত চোকা দৃষ্টি। শাসন পদ্ধতিৰ তাৰতম্য বয়স অনুপাতে। সৰুৰ কপালত চেকনি, ডাঙৰৰ কপালত হকিষ্টিক জাতীয়।

চমুকৈ এয়ে হ'ল ডাক্তৰ থাপাৰ বাওঁহাতৰ চিলিং বন্ধা অৱস্থাৰ ইতিহাস। ডাক্তৰে মোক পৰীক্ষা নকৰাকৈয়ে ক'লে "একাপ চাহ খাওঁক, মই ডাক্তৰ বসুলৈ খবৰ দি পঠিয়াও।

"সামান্য জ্বৰত আকৌ, ডাক্তৰ বসুক কেলৈ? আপুনিয়েই কিবা এটা দিয়ক।"

ডাক্তৰে ক'লে, "মইতো চিকিৎসা নকৰো, চাকৰিহে কৰোঁ," মই অবাক হোৱা দেখি ক'লে, "জেলৰ ডাক্তৰ হৈ আছো পচিচ বছৰ- বুজিছেই নহয়—'

সেইদিনা বুজা নাছিলোঁ, পিছত কিন্তু বুজিছিলোঁ।

আৰব দাৰ্জিলিং, আবেলি চাৰি বাজি গৈছে। অফিচৰ দোতালাত বহি কাম কৰি আছো, চুকত চিমনি জ্বলি আছে, চৰকাৰৰ কাঠ পোৰাবো হিচাব আছে সেই মতে পুৰি আছে, তাৰ ফলাফলত কোনো উৎসুক নহয়। প্ৰত্যেকৰ মেজৰ কাষত একোটাকৈ লোহাৰ চৌকা, তাত কাঠ কয়লা জ্বলোৱা হৈছে। হাত মোজা পিন্ধি লিখিছো আৰু মাজে মাজে হাত সেকিছোঁ। হঠাৎ বাহীৰ এটা কৰ্কশ সুৰ কাণত পৰিল। লগে লগে হুইচেল বজাই চাৰিউফালৰ পৰা তাৰ প্ৰতিধ্বনি তুলিলে। দুই মিনিটমানৰ ভিতৰতে জেল গেটৰ ঘণ্টা প্ৰাণপণে বজোৱা 'আৰম্ভ হ'ল', কি হৈছে নৌ ধৰিব পাৰোতেই ফোপাই জোপাই এটা চিপাহী লৰি আহিল। সেলাম দি কলে, "পাগলী হো গিয়া।"

"পাগলী হো গিয়া? কোন পাগল হ'ল?" কোনো পাগল হোৱা নাই, পগলা ঘণ্টা বজোৱা হৈছে।

এইবাৰহে বুজিলো— এয়া জেলৰ এলাৰ্ম। ভিতৰলৈ কোব ধৰিলো। লাঠি আৰু বন্দুক লৈ দুজন চিপাহীও দবল মাৰ্চ্চ কৰি অহা দেখিলোঁ। পাক খোৱা গোফ, ৰঙা চকুৰ হাবিলদাৰ খৰ্গ বাহাদুৰে টেটু ফালি চিঞৰি কমাণ্ড দিছে। কয়দীবোৰে প্ৰাণৰ ভয়ত লৰি-ঢাপৰি বেৰেকৰ ভিতৰ সোমাইছে। লৰিব নোৱাৰি পিচ পৰা বোৰৰ পিঠিত চিপাহীৰ বেয়নেটৰ কোব পৰিছে। জমাদাৰে নোট বুক লৈ গণ্টি মিলাবলৈ ঢপলিয়াই ফুৰিছে। চাওঁতে চাওঁতে জেলৰ ভিতৰৰ বাটবোৰ জনশূন্য হৈ পৰিল, মাত্ৰ হস্পিটালৰ সম্মুখত পৰি আছে ৰিয়াজুদ্দিন মেট— যাৰ ভাষা শুনি ইমান দিন মই চাপৰা বা মজঃফৰপুৰৰ মানুহ বুলি ভাবিছিলোঁ। এতিয়াহে শুনিলো সি বৰিশালৰ ভাষাত অশ্ৰাব্য ভাষাৰে কাৰোবাৰ মুণ্ডপাত কৰিছে আৰু মাজে মাজে মাটিত থুই পেলাইছে। কেইই গজ মান দূৰত দীঘলে পুতলে প্ৰায় সমান এটা ভুটীয়া উত্তেজিত ভাবে ঠিয় দি আছে। দুটা ওৱাৰ্ডাৰে তাক দুফালে ধৰি আছে, কিবা কব খুজিলেই ধুপ্ ধাপ্ মৰিয়াইছে। অলপ পিছতে বিৰাট দেহ লৈ জেলৰ চাহাব ফোপাই জোপাই তাত উপস্থিত হলহি। পুলিচ দুটাই কিবা কোৱাৰ লগে লগে ভুটীয়াটোক উধাই মুধাই মৰিয়াই হাতৰ লাখুটি ভাঙি দিলে, শেষত ক্লান্ত হৈ হুকুম দিলে "তাক চেললৈ লৈ যা।" সি ঘটনা শুনিলো সি পাগলী হোৱাৰ লগৰে।

ডাক্তৰ থাপাই পচিচ বছৰ জেলত চাকৰি কৰাৰ পছত আবিষ্কাৰ কৰিলে যে মানুহৰ দুটা বেমাৰ হয়— জ্বৰ আৰু পেটৰ অসুখ। মেলেৰিয়া, টাইফইদ, বসন্ত, নিমোনিয়া— এইবোৰ হ'ল জ্বৰ আৰু কলেৰা, গ্ৰহণী, ডায়েৰিয়া— এইবোৰ পেটৰ অসুখ। ৰোগ ভাগ কৰি লোৱাৰ লগে লগে চিকিৎসাত সহজ হৈ পৰিল। অদৰকাৰী জঞ্জাল নলগাই এই দুই প্ৰকাৰ বেমাৰৰ কাৰণে দুটা মিকচাৰ থিক কৰি ললে— কুইনাইন আৰু কাৰ্মি নেটিভ, এটা বগা আৰু আনটো ৰঙা।

ডাক্তৰ থাপাক কম্পাউণ্ডাৰ দিয়া নহৈছিল। বৰিশাল জিলাৰ মেট ৰিয়াজুদ্দিনেই

তেওঁৰ পিয়ন, চাপৰাচী, নাৰ্চ আৰু কম্পাউণ্ডাৰ। ৰোগীৰ বেমাৰৰ কথা শুনাৰ নিৰ্দেশ নাছিল, মাত্ৰ চাব লাগিব জ্বৰ নে পেট বেয়া কোন ভাগত পৰে। জ্বৰ হলে বগা আৰু পেট বেয়া হলে ৰঙা দৰৱ দিব লাগে।

হাসপতালত ডাক্তৰ থাকে মাথোন এঘণ্টা; আৰু সেই ঘণ্টা তেওঁ খবৰ কাগজ পঢ়ে। বাকী কাম ৰিয়াজুদ্দিনৰ। পুৱা ন বজাত আৰু আবেলি চাৰি বজাত দুবাৰ দৰৱ দিয়া হয়। ৰোগী সমবেত হলে ৰিয়াজুদ্দিনৰ ৰণ হুংকাৰ শুনা যায়— জ্বৰৰ বেমাৰী এই ফালে আৰু পেট বেয়াবোৰ সেইফালে যা। শিক্ষিত সৈন্যৰ দৰে মানুহবোৰো দুভাগত বিভক্ত হয়। ৰিয়াজুদ্দিনে মাজত থিয় হৈ সেনাপতিৰ দৰে হুকুম দিয়ে "মুৰ ডাঙ আৰু হাঁ কৰ।" ৰোগীবোৰে আকাশৰ ফালে মুখ মেলি বহি থাকে। ৰিয়াজুদ্দিনে প্ৰকাণ্ড বটলৰ পৰা কিছু জুলীয়া পদাৰ্থ মুখত বাকী দিয়ে। ৰোগীহঁতো নিঃশব্দে বোধকৰো আনন্দমনেৰে গুচি যায়।

বছৰৰ পিছত বছৰ ৰিয়াজুদ্দিনে এই দৰেই প্ৰভূৰ আদেশ পালন কৰিছে আৰু বা কিমান দিন কৰিলেহেঁতেন। কিন্তু বিধাতাৰ ইচ্ছা অন্যৰূপ। এদিন বটল সলনি হ'ল। জ্বৰৰ বেমাৰীৰ সেইদিনা মহা স্ফূৰ্ত্তি, কুইনাইনৰ তিতা দৰৱ খোৱাৰ সলনি পেটত পৰিল মিঠা কাৰ্মিনেটিভ। পেট ৰোগীয়াহঁতৰ কপাল বেয়া— সিহঁতে প্ৰতিবাদ কৰিলে। তাৰ মাজৰে এটা ভুটীয়াই মেটেক নিজস্ব ভাষাৰে গালি পাৰিবলৈ ধৰিলে। মেটে কথা নুবুজিলেও সুৰৰ পৰা তেওঁক যে গালি পাৰিছে ধৰিব পাৰিলে— তাৰ পিছত লাগিল ধুন্দুমাৰ। ভুটীয়াহঁতে বেচি কথা নকয়। মুখতকৈ হাতৰ ব্যৱহাৰ হে বেচি কৰে। এক কাণতলীয়া চৰত মেট ডাঙৰীয়া ধৰাশায়ী হ'ল। মানুহে দেখিলে পতনৰ লগে লগে মেট চাহাবৰ চাৰিটা দাঁতো উফৰি পৰিল। অন্য উপায় নেপাই ওৱাৰ্ডাৰে হুইচেল বজাই দিলে। লগে লগে পাগলী ঘণ্টা।

আমাৰ মোক্ষদা মাহীক দেখিছিলোঁ কব নোৱাৰাকৈ বিচনাৰ পৰা উঠি ঘুৰি ফুৰে। মোৰ এতিয়া তেনে অৱস্থা— লিখিছো, পঢ়িছো, চাকৰি কৰি আছো কিন্তু মোৰ মনটো মোহাচ্ছন্ন। মোৰ সমগ্ৰ চেতনা উন্মুখ হৈ আছে তুলনাহীন এক সুৰৰ উদ্দেশ্যে। সেই সুৰ মধুৰেই নহয় মাদকতাময়ো। দৈবাৎ দাঁতিৰ ঘৰৰ পৰা আহে সুৰৰ মাদক। সেয়া মোৰ বিভ্ৰমো হব পাৰে।

নিজকে জুকিয়াই চাইছো— এয়া মোৰ কি হ'ল? মই তেন্তে কাঞ্চীক ধেৎ— বলিয়াৰ দৰে ভাবিছো কিয়? কাঞ্চীৰ ৰূপ নাই, শিক্ষা নাই, সংস্কৃতি নাই এজনী সাধাৰণ পাহাৰী গাৱলীয়া ছোৱালী। যৌৱনৰ নিজস্ব দানৰ স্পৰ্শহি যি এটা বয়সত সকলো নাৰীকে স্পৰ্শ কৰে— তাৰ বাহিৰেতো কাঞ্চীৰ আকৰ্ষণ কৰাৰ একো সম্বল নাই। মুখখন ধুনীয়া নহয়— চকুত পৰে মাথো গোলাপবৰণীয়া দুখন গাল— তেনে বৰণ দেখোন প্ৰায় প্ৰত্যেক পাহাৰী তৰুণীৰে। বিশ্লেষণ কৰিতো মই একো নেপালো। কিন্তু কেতিয়া কোনে এনেকৈ হাঁহিছিল?

বাগিছাত ফুল খুচৰি মাজে মাজে দুৰৰ পৰা ভাঁহি অহা হাঁহিৰ টৌত তন্ময় হৈ আছিলো, "আন্দাজ কৰিছো আপুনিয়েই মিষ্টাৰ চৌধুৰী নহয়নে? চক্ খাই ঘূৰি চাই দেখো মোৰ বৰ চাহাব মিষ্টাৰ হেৰল্ড ৰায়ৰ বিদেশী পত্নী মিচেচ ৰায়। বিনয়ৰে জনালো যে তেখেতৰ অনুমান সত্য। "তুমি দেখোন তেনেই সৰু ল'ৰা। মোৰ স্বামীয়ে তোমাৰ কথা মাজে মাজে কয়। আহিবাছোন এদিন আমাৰ ঘৰলৈ।"

দেশীয় খৃষ্টানৰ বিদেশিনী পত্নী এই মহিলাৰ প্ৰতি মনে মনে এটা বিৰূপ ভাবেই আছিল। এতিয়া দেখিছো মই ভুল ভাবিছিলোঁ, তেখেতৰ মৰমৰ অনুৰোধ মই আনন্দেৰে গ্ৰহণ কৰিলো, ভদ্ৰ মহিলা আনন্দিত হ'ল, মোক সুধিলে, "তোমাৰ খুব ফুলৰ চখ যেন পাইছোঁ। সেইটো বেমাৰ এসময়ত মোৰো আছিল, এতিয়া পিছে এৰি দিছো। "কি ফুল ৰুইছা?"

"কেইটামান ফ্লক্স আৰু ডায়ানথাচৰ পুলি ৰুইছোঁ।" "আমাৰ ঘৰত হলিহক্স আছে, পঠিয়াই দিম বাৰু। সেই ৱালখনৰ দাঁতিত ৰুই দিবা। বঢ়িয়া বেকগ্ৰাউণ্ড হ'ব।"

পিচদিনা আবেলি মিচেচ ৰায়ৰ ঘৰলৈ গ'লো। মিষ্টাৰ বোলে অলপ আগতে মফঃচললৈ গ'ল। আদৰ-সাদৰ কৰি বহুৱাই সুগন্ধি দাৰ্জিলিং চাহ আৰু নিজে কৰা কেক খাবলৈ দিলে। বাৰে বাৰে অনুৰোধ কৰিলে— "আৰু দুই পিচ খোৱা; মোৰ ল'ৰাটোৱে বৰ ভাল পাইছিল।"

অলপ বৈ ক'লে, "জীমক হেৰুউৱা দহ বছৰ পাৰ হ'ল। তুমিয়ে সিয়ে বোধহয় সমান বয়সীয়াই হবা। জীয়াই থকা হলে তোমাৰ সমানেই হ'লহেঁতেন। পঢ়া শুনাত বৰ ৰাপ আছিল, ভগবানে নিদিলে কি কৰিবা?" শেষলৈ তেওঁৰ কণ্ঠস্বৰ উদাস হৈ পৰিল। তেওঁলোকৰ একমাত্ৰ সন্তান জীমৰ মৃত্যুৰ খবৰ আগতেই শুনিছিলো।

মিচেচ ৰায়ে আগ্ৰহৰে তেওঁৰ লাইব্ৰেৰী দেখুৱালে— বহুতো কিতাপৰ সংগ্ৰহ। "মোৰ আগতে বৰ নিচা আছিল, আজিকালি পিছে একো ভাল নেলাগে। তোমাৰ ভাল লাগিলে এইবোৰ কিতাপ যেতিয়া মন যায় নি পঢ়িবগৈ পাৰিবা। কোনো সংকোচ নকৰিবা।"

এৰিবকে নোখোজে— কেই ঘণ্টামান বহি বিদায় লওঁতে ক'লে "আকৌ আহিবা, আজি সন্ধিয়াটো বৰ ভালকৈ কটালোঁ।"

আমাৰ আটাইতকৈ ডাঙৰ মনিব মিষ্টাৰ হেৰল্ড, বিলাত ফেৰৎ বেৰিষ্টাৰ— আচলতে তেখেত এজন মেজিষ্ট্ৰেট। জেলৰ এই দায়িত্ব সামান্য এলাউন্সৰে উপৰি দায়িত্বহে। তেখেত এই এলাউন্সৰ প্ৰতি সদায় সতৰ্ক, যিমান এলাউন্স দিয়ে তেওঁ সেই অনুপাতেহে জেলৰ কাম কৰে। যত যত তেখেতৰ চহীৰ প্ৰয়োজন তাৰ ঠাইত এটাকৈ ক্ৰচ (X) চিন দি থব লাগে। তেখেত ধুমুহাৰ দৰে আহে, ধুমুহাৰ দৰে চহী কৰে আৰু ধুমুহাৰ দৰেই ওলাই যায়। এজন কেৰানীয়ে চহী হোৱাৰ লগে লগেই কাগজবোৰ

আঁতৰাই নিয়ে। আঁতৰাওতে অলপ বেলি হলেই সোধে “হাতত বাতবিৰ হৈছেনে কি?” সোনকালে আঁতৰালে কয় “Is there anything to hide?” মোৰ কপাল ভাল— এই কাগজ টনা কামটো যেনিবা মোৰ ভাগত নপৰিল।

মিষ্টাৰ ৰায় অফিচত থকা সময়ত একেবাৰে নিখুট চাহাব, কাৰো বিষয়ে অনাহক কৌতূহল নাই। অফিচৰ কথাৰ বাহিৰে কাৰো লগত এষাৰো বাহিৰা কথা নেপাতে 'মই সদায় অলপ দূৰত ঠিয় হৈ থাকো। মই ঠিয় হৈ থকালৈ কোনো ভ্ৰূক্ষেপ নকৰে।

এদিন চহী কৰি থাকোতে মোলৈ চাই সুধিলে,

“তোমাৰ প্ৰভিডেণ্ট ফাণ্ড আছেনে?”

“নাই”

পিচদিনা অফিচত সোমায়েই দুখন ফৰ্ম দি ক'লে “ফিল আপ কৰি দিয়া,”

কাগজখন প্ৰভিডেণ্ট ফাণ্ডত টকা জমা দিয়াৰ ফৰ্ম। কিন্তু মোৰ সামান্য দৰমহাৰ এটা পইচাও জমাবলৈ নেথাকে। বহুতক দিব লাগে। থেৰো গেৰো কৰা দেখি চাহাবে ক'লে, 'কুইক, তাত মোৰো চহী লাগিব।'

সবিনয়ে কলো, “আপুনি মোৰ বাবে কৰা কষ্ট স্বীকাৰৰ বাবে অশেষ ধন্যবাদ, কিন্তু প্ৰভিডেণ্ট ফাণ্ডত টকা জমা দিয়াৰ মোৰ সঙ্গতি নাই।”

“কিয়?”

ভয়ে ভয়ে কলো, “মোৰ এই সামান্য আয়ৰ ওপৰত দুই এটা আপোন পৰিয়ালেও নিৰ্ভৰ কৰে।” “তেওঁলোকক বঞ্চিত কৰিবলৈ মইতো কোৱা নাই।” “কিন্তু তেওঁলোকক দি ফাণ্ডৰ দিবলগীয়া দি যি থাকিব তাৰে মোৰ খোৱা নচলিব।”

“নচলে যদি নেখাবা। fill it in quick,'

ভাবি চালো মই প্ৰবেশনাৰহে আৰু বেচি কোৱা ভাল নহব বুলি ফৰ্মখন পুৰা কৰি তেখেতৰ হাতত দিলোঁ।

প্ৰভিডেণ্ট ফাণ্ডৰ নিয়মমতে প্ৰতিমাহে দৰমহাৰ টকাই প্ৰতি এক অনাৰ পৰা দহপইচালৈকে জমাব পাৰি। সেয়া টকা দৰমহাৰ বিলৰ পৰা কটা যায়। মই এক অনা হিচাপেই কটাৰ ব্যৱস্থা কৰিছিলোঁ। তেখেতে এক অনাটো কাটি দহ পইচা কৰি কাগজত লেখি দিলে।

মই অনুনয় কৰি ক'লো “মই যে মৰি যাম চাৰ।” “নেভাৰ মাইণ্ড” বুলি চহী কৰি উঠি গ'ল। দুৱাৰ মুখৰ পৰা উভতি মোলৈ চাই ক'লে “My dear friend, আজি তুমি মোক নিশ্চয় অভিশাপ দিছা। কিন্তু I can assure you এনে এদিন আহিব যিদিনা তুমি মোক অন্তৰৰে আশীৰ্বাদ দিবা। মই অৱশ্যে শুনিবলৈ নেপাম— তাৰ আগতেই মই এই লোকৰ পৰা বিদায় লব লাগিব।”

কেইদিনমানৰ পিছৰ কথা— মিষ্টাৰ ৰায়ে আগৰ দৰেই চহী কৰি গৈছে। হঠাৎ এখন কাগজত তেওঁৰ চকু বৈ গ'ল। ট্ৰেজাৰিৰ পৰা উলিয়াব লগা কন্টিজেন্সিৰ বিল।

জেলৰ কয়দীক ধৰ্ম্ম-প্ৰাণ কৰিবলৈ চৰকাৰৰ চেষ্টাৰ ক্ৰটী নাই। সেই উদ্দেশ্যে মৌলবী, পাদ্ৰী, পণ্ডিতক নিয়োগ কৰা আছে। সপ্তাহত এদিন আহি তেওঁলোকে নৰকবাসী কয়দীবোৰক উদ্ধাৰৰ মন্ত্ৰ প্ৰচাৰ কৰে। লাভৰ ভিতৰত বেচেৰা কয়দীহতে কথা বাৰ্ত্তা পাতিবলৈ আজৰি পায়। এই উপদেষ্টাসকল অবৈতনিক, কিন্তু অহা যোৱাৰ খৰছৰ বাবে সপ্তাহত গাইপতি আঢ়ৈ টকা মান মাননি দিয়া হয়। সেইখনকে বিল কৰি ট্ৰেজাৰীলৈ পঠিয়াবলৈ লৈছে— টকাৰ অঙ্ক বাৰ টকা আঠ অনা। কথাটো মনিবক যথাসাধ্য বুজাই দিলো। মিষ্টাৰ ৰায়ে কলম ডাঙি ক'লে "কিন্তু মইতো প্ৰত্যেক দেওবাৰে ঘৰৰ পৰা দেখি থাকো —সেই মৌলবী, পাদ্ৰী; পণ্ডিত মোৰ ঘৰৰ আগেদিয়েই খোজ কাঢ়ি আহি থাকে— তাত আকৌ অহাযোৱা খৰচ কিয়?"

মই ক'লো "তেওঁলোক কিহত আহে সেইটো আমাৰ কথা নহয়। চৰকাৰে যি বাট-খৰচ মঞ্জুৰ কৰিছে সেইটো তেওঁলোকৰ প্ৰাপ্য।"

মিষ্টাৰ ৰায় উত্তেজিত হৈ ক'লে, "কোনে ক'লে সেইটো প্ৰাপ্য বুলি? চৰকাৰী টকা অযথা খৰচ নোহোৱা চোৱাতোৱেই মোৰ কৰ্ত্তব্য।"

ঠাট্টাৰ সুৰেৰে মোক ক'লে, "তোমাৰ দেখোন বৰ মৰম তেওঁলোকলৈ। টকাৰ ভাগ আছে নে কি?"

মুৰটো গৰম হৈ গ'ল। আৰম্ভৰ দিনৰ পৰা চাকৰিৰ মায়া ক্ষীণৰ পৰা ক্ষীণতৰ হৈ আহিছিল। আজি অতিষ্ঠ হৈ পৰিলোঁ। কোনো ৰকমে নিজক সংযত কৰি নিজৰ মেজলৈ আহি চাকৰি ইস্তফা দিয়া পত্ৰ লিখি তেখেতৰ হাতত দি ক'লো, "কালিলৈ যাবলৈ দিলে কৃতজ্ঞ হম। মই তেতিয়া ডেৰবজাৰ ৰেলত যাব পাৰিম।"

চাহাবে কাগজখন স্লেপত ভৰাই ওলাই গ'ল— বাকী কাগজ চহী কৰা নহ'ল।

কেইখনমান চিঠিৰ উত্তৰ দিবলৈ আছিল। সন্ধিয়া বহি বহি তাকে লিখি আছোঁ। দুৱাৰত টোকৰ শুনিলো, দুৱাৰ মেলি নিজৰ চকুকে বিশ্বাস কৰিব কৰা নাই। ইমান ডাঙৰ এজন অফিচাৰ মোৰ দুৱাৰত। অভ্যৰ্থনা জনাবলৈও পাহৰি গলো। তেখেতে মোৰ অভ্যৰ্থনালৈ অপেক্ষা নকৰি ভিতৰ সোমাল। মই চকী এখন আগবঢ়াই কলো "বহক চাৰ।" তেখেত নবহিল। ঘৰৰ চাৰিউফালে চকু ফুৰাই বেৰত আঁৰি থোৱা ছবি কেইখন চালে। এখন ছবি দেখুৱাই বঙালীতে সুধিলে "এওঁ কোন?" এই প্ৰথম মিষ্টাৰ ৰায়ৰ মুখত বঙালী শুনিলো।

"মোৰ দেউতা।"

"জীয়াই আছেনে?"

"নাই"

"ৰক্ষা পাইছে" বুলি মোলৈ পোন্দোৰাকৈ চালে। চকী এখনত বহি সুধিলে "তোমাৰ বয়স কিমান?"

মই কলো।

"মোৰ এটা তোমাৰ বয়সৰ ল'ৰা আছিল পিছে জীয়াই থকা নাই। সেইবাবে ভগৱানক ধন্যবাদ— কিয় বুজি পাইছা।"

"নাই পোৱা,"

"জীয়াই থকা হলে সিও হয়টো তোমাৰ দৰে উদণ্ড হ'লহেঁতেন। বাপেকৰ বয়সীয়া অফিচাৰৰ মুখলৈ letter of resignation দলিয়ালেহেঁতেন," বুলি মোৰ ইস্তফা পত্ৰ টুকুৰা টুকুৰ কৈ ফালি মোৰ গালৈ দলিয়াই ধুমুহাৰ দৰে ওলাই গ'ল।

ধন থকাকে ঐশ্বৰ্য্যশালী নোবোলে, ঐশ্বৰ্য্যৰ প্ৰকাশ বাহিৰত। এবাকচ হীৰা, মুকুতা আৰু ময়ুৰ সিংহাসন লৈও যদি আপুনি হিমালয়ৰ গুহাত বাস কৰে, তেতিয়া আপুনি ধনী বুলি জনাজাত নহব, কিন্তু কলা বজাৰৰ কৃপাত আপুনি উত্তম ঠাইত চাৰিতলা ঘৰ সাজক, দুখন চাৰিখন দামী গাড়ী কিনক— আপোনাৰ ৰূপ, বয়স আৰু বেঙ্ক বেলেন্সে যিমানেই বিৰুদ্ধে সাক্ষী নিদিয়ক, অবিবাহিতা যুৱতীৰ মাকহঁত আৰু ইনকমটেক্সৰ মানুহৰ পৰা আপুনি এদিনো শান্তি নেপাব। আপোনাৰ ঘৰ, গাড়ী, চাল-চলন, পিন্ধন-উৰণ, সালংকৃতা আপোনাৰ পত্নীয়ে সমাজত বিচৰণ কৰে বাবেই আপুনি ধনীলোক, সৰ্ব্বসাধাৰণতকৈ ওপৰত।

ঐশ্বৰ্য্যৰ বাহন অসংখ্য, আটাইতকৈ উৎকৃষ্ট মটৰ গাড়ী। এই মটৰ গাড়ীয়েই আপোনাৰ মোৰ ভিতৰত চীনৰ প্ৰাচীৰ তুলি দিছে।

দাৰ্জ্জিলিঙত ঐশ্বৰ্য্যৰ অভাৱ নাই— অভাৱ মাথো এই বস্তুটোৰহে। সেই কাৰণেই অবজাৰভেটৰী দিশৰ চাৰিউফালে দুপাক মান ঘূৰি যিখন বেঞ্চৰ মূৰত আপুনি বহে, ইটো মূৰত এনেকুৱা কোনোবা বিশিষ্ট ব্যক্তি বহেহি— যাৰ লগত একে আসনৰ কথাই নাই অইন ঠাইত একে চুবুৰীত থকাও ধৃষ্টতা হ'ব। এদিন সেই বেঞ্চত বহুমূল্য ৰাইডিং ব্ৰিচেজ, মূল্যবান কোট, মাফলাৰ, হাতমোজা পিন্ধা এজনে আসন গ্ৰহণ কৰিলেহি, তেওঁৰ কাপোৰৰ পৰা ওলোৱা সুবাস বিদেশী বুলি ধৰিব পাৰিলোঁ। এনেহেন লোকক কলিকতা, বোম্বাই বা দিল্লীৰ কোনো ঠাইত লগ পোৱা মোৰ কাৰণে স্বপ্নৰ অতীত।

ভদ্ৰলোকে চকুৰ চুকেদি মোক নিৰিক্ষণ কৰি সোণৰ বাকচৰ পৰা দামী চিগাৰেট এটা মোৰ ফালে আগবঢ়াই বিদেশী ভাষাত সুধিলে "আপুনি সদায় ইয়ালৈ আহে নে কি?"

"প্ৰায়েই আহো।"

"কত থাকে?"

"জেলত"

ভদ্ৰলোক চক্ খাই উঠিল। কব নোৱাৰাকৈয়ে অলপ আতৰি বহি মোৰ ফালে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। মই আশ্বাস দি কলোঁ "গেট বা বাল পাৰ হৈ মই অহা নাই। মোৰ হাতত চুৰীও নাই।"

খটাচ্ কৰে এটা শব্দ হ'ল, এজন পুলিচ পাৰ হৈছিল, মোক বোধহয় চিনি পালে, সেয়ে দিলে এক চেলাম থুকি।

ভদ্ৰলোকে হাঁহি মাৰি ক'লে, "মই সেই কথা কৈছোঁ নেকি? আপুনি আচৰিত মানুহ দেই।"

তেওঁৰ অবস্থাটো উপভোগ কৰিলোঁ। এইবাৰ ওচৰ চাপি আহি ক'লে, আপোনাক এটা কথা কওঁ।"

"কওঁক"

মোৰ ফালে হাউলি ক'লে, "বহুতো দেশ ফুৰিছো, বহুতো মানুহ, বহুতো ৰহস্যময় ঠাই দেখিছো; কিন্তু জেল দেখা নাই। সেই কুৰি ফুট দীঘল প্ৰাচীৰৰ সিপাৰে কি আছে বৰ চাবৰ মন যায় দেখুৱাব নে এবাৰ?"

"সেইটোনো কি ডাঙৰ কথা। আপুনি ইচ্ছা কৰিলেই হ'ব। মোৰ সহায়ৰ প্ৰয়োজন নাই।"

"কেনেকৈ?"

"অতি সহজ— আপুনি বহি থকা এই বেঞ্চখনৰ ওপৰত উঠি চিঞৰি দিয়ক— ইংৰাজ ধ্বংস হওঁক, সাম্ৰাজ্যবাদ শেষ হওঁক। পুলিচ ওচৰতে আছে বাকী থিনিৰ ভাৰ সিহঁতেই লব।"

"সৰ্ব্বনাশ তেনেকৈ কেনেকৈ কম? গান্ধীজি নিপাত যাওঁক বুলি কব পাৰিম আৰু কৈছোও দুবাৰমান দৰকাৰৰ সময়ত।"

গম পালো তেখেত কোনোবা দেশীয় ৰাজ্যৰ যুৱৰাজ। ষ্টেটৰ পৰা কেই লাখ মান টকা বৃৰ্ত্তি পায়। কলিকতা, দিল্লীলৈ আহিলে তেওঁৰ সন্মানত কেইটামান টোপ ধ্বনিও হয় যেন পাইছোঁ।

পিচদিনাই তেখেত মোৰ ভগা পঞ্জাত উপস্থিত হ'লহি। মোৰ একমাত্ৰ কম্বাইণ্ড হেণ্ড, ঠাকুৰ চাকৰ, বয়, বাবুৰ্চি কেটাৰ নাম ধৰি চিঞৰ বাখৰ লগালোঁ। কুমাৰ বাহাদুৰে প্ৰস্তাব দিলে "ঘূৰি আহি বহিব আৰু আপোনাৰ কেটাৰ হাতে চাহ খাম। আগেয়ে বলক আচল কামটো কৰি আহোঁ।"

সক জেল। সোমায়েই চেলবোৰৰ ওচৰলৈ নিলো সাত হাত দীঘল, পাচ হাত বহল কোঠালি। এখন মাত্ৰ ৰেলিং থকা দুৱাৰ। পিচ ফালে মুৰৰ বহত ওপৰত পোহৰ আৰু বতাহৰ ইতিকিং কৰি এখন খিৰিকিৰ নিচিনা। ঘৰৰ সমুখত দুই ফালে বেৰা, অকণমান বাৰান্দা তাৰ পিছত আকৌ কাঠৰ দুৱাৰ। জেলত থকা জনৰ আৰু প্ৰাণীৰ

মাজত সেই দুৱাৰখনেই সেতু। দুৱাৰ বন্ধ হলে পৃথিৱী তাৰ কাৰণে জনমানৱহীন হৈ পৰে।

বলিয়া, কুষ্ঠৰোগী, অপৰাধ স্বীকাৰ কৰা জনে আইনৰ ধাৰা অমান্য কৰি এই নির্জন কাৰাবাসত শাস্তি ভোগ কৰিছে। প্ৰথম চেলটোত থাকে যতীন নামৰ এটা কমবয়সীয়া হত্যাকাৰী। নিজৰ পৰাই পুলিচৰ হাতত ধৰা দিছে— কুমাৰ বাহাদুৰে উৎসুক দৃষ্টিৰে তাক লক্ষ্য কৰিছিল কিবা এটা কব লাগে দেখি কলোঁ "দিচ পুওৰ ফেলো—"

যতীনে বাধা দি কুমাৰ বাহাদুৰক সুধিলে 'আপুনি কোন— অ' জেল চাবলৈ আহিছে নহয়। চাওঁক চাওঁক ভালকৈ চাওক। কলিকতাৰ চিৰিয়াখানা দেখিছে নহয়, বনৰ পৰা জন্তু জানোৱাৰ ধৰি আনি গৰালত ভৰাই কিমান ৰং পাওঁ আমি, তাতকৈ ইয়াত বেচি আমোদ পাব নিজৰ জাতকে জন্তুৰ নিচিনাকৈ গৰালত দেখিব। চকুৰে চায়েই নেৰিব— চিৰিয়াখানাত চিম্পাঞ্জী বা হনুমানক খোচ মাৰি চোৱাৰ দৰে মোক খোচ মাৰি চাওঁকচোন কি শব্দ ওলায়।"

এক তীব্ৰ ব্যঙ্গৰ সুৰ হঠাৎ কঠোৰ হৈ পৰিল। মোলৈ চাই ক'লে, "ডিপুটি বাবু, আমাক গৰালত ভৰাইছে বেয়া পোৱা নাই। ভৰিত লোহাৰে বান্ধি হাতকেৰেয়া লগাই চিলিঙৰ কাঠত ওলোমাই থলেও সহনীয়। কিন্তু অনুগ্ৰহ কৰি পুওৰ ফেলো বুলি মৰম দেখুৱাই নকৈ আৰু জোতা নেমাৰিব।"

প্ৰভুভক্ত জামাদাৰ কয়দী ঠাণ্ডা কৰিবলৈ জাঙুৰ খাই উঠিছিল, হাত ডাঙি মই তাক নিৰস্ত কৰিলো। সৰুকৈ কিন্তু তীব্ৰ স্বৰেৰে যতীনে ক'লে, "মানুহক জন্তু কৰিয়েই আপোনালোক ক্ষান্ত হোৱা নাই। তাৰ দুৰ্দশা দেখুৱাই আপোনালোকে বন্ধুহঁতক কৌতুক আৰু আমোদৰ খোৰাক জোগাইছে। কি নিষ্ঠুৰ আপুনি।"

শেষৰ ফালে মাততো ভাগি গ'ল, চকু চলচলীয়া হ'ল। কুমাৰ বাহাদুৰ হঠাৎ যতীনৰ ফালে আগবাঢ়ি গৈ ৰেলিঙৰ মাজেদি তাৰ হাত দুখনত ধৰি ক'লে, "আমাক ক্ষমা কৰা ভাই। বৰ ভুল কৰিছোঁ" বুলি যতীনৰ হাত এৰুৱাই মোৰ ফালে নোচোৱাকৈ গেটৰ ফালে গুচি গ'ল।

চাকৰিৰ মাদকতাই মগজুত বিষক্ৰিয়া আৰম্ভ কৰা সকৌতুকে অনুভৱ কৰিছিলোঁ। ছমাহৰ আগত এই অৱস্থা কল্পনাতীত আছিল। বৰবাবু, কেৰাণীহঁতক কিমান অৱজ্ঞাৰ চকুৰে চাইছিলোঁ। আজি মোৰ কি অৱস্থা। বন্ধু বান্ধৱৰ লগত আগতে আড্ডা দিওঁতে আলোচনা কৰিছিলোঁ ৰবীন্দ্ৰনাথ, হেৰল্ড ল্যাসকি বা ইচাডোৰা ডানকান আৰু আজি আলোচনা কৰো জেল কোড, ফাণ্ডামেণ্টেল ৰুলস্, আই, জি বা একাউণ্ট জেনেৰেলৰ বিষয়ে। নিজৰে লাজ লাগিল।

কিন্তু এই লজ্জাবোধ নাইকীয়া কৰিবলৈ মোক বেচি দিন লগা নাছিল। এনে মানসিক ৰূপান্তৰ মোৰ দৰে ক্ষুদ্ৰ চাকৰিজীৱীৰে পৰিণাম নহয়, ডাঙৰ চাকৰি কৰা

সকলবো একে গতি, পাৰ্থক্য কাইণ্ড নহয় ডিগ্রি। মই যত আই,জি বা তেওঁৰ পি,এৰ অনুগত হৈছো, সেই ক্ষেত্ৰত ওপৰৱালা অফিচাৰ অনুগত হৈছে চীফ পলিটিকেল বা ফাইনেন্স চেক্ৰেটৰীৰ ওচৰত— এই দৰেই ঢাপে ঢাপে চলি গৈছে। এইবোৰ পিছৰ কথা। প্ৰথমতে অলপ দিন মোৰ দাৰ্জিলিঙৰ সৰু ঘৰটোৰ বাৰাণ্ডাত বহি বিশাল উপত্যকাৰ ওপৰেদি জিলিকি থকা কাঞ্চনজংঘাৰ অপৰূপ সৌন্দৰ্য্য চাই চাই নিজকে ধিক্কাৰ দিছিলোঁ। চাকৰি ৰূপী অজগৰে মোক এফালৰ পৰা গিলি অনা যেন লাগিছিল।

অকল সেয়ে নহয়— মোৰ এই পাহাৰী নিঃসঙ্গ জীৱনৰ মধুবৰ্ষিত কৰা, অন্তৰত শিহৰণ জগোৱা নিজৰা এটাও হেৰুৱাই পেলাইছিলোঁ। কাঞ্চী দেখোন কেইবা দিনো অহা নাই। সেই কথা কিয় বাৰু মোৰ মনতে পৰা নাই। অথচ অলপ দিনৰ আগতে মোৰ সৰ্ব্ব শৰীৰ মন সেই মোহিনী হাঁহিৰ স্পৰ্শ লাভৰ কাৰণে উৎকৰ্ণ হৈ ৰৈছিল।

ঘৰৰ পৰা কিতাপ কেইখনমান আনিছিলোঁ, তাৰে এখন লৈ ভিতৰৰ বাৰাণ্ডাত বহিলোগৈ। ডিচেম্বৰৰ দপুৰীয়া— আকাশত ৰদ জ্বল মলাই জাৰৰ প্ৰকোপ কমাবলৈ আপ্ৰাণ চেষ্টা কৰিছে। কিন্তু সকলো ব্যৰ্থ প্ৰয়াস। যেনেকৈ ব্যৰ্থ প্ৰয়াস হৈছে মোৰ কিতাপ মেলা।

বাহিৰৰ দুৱাৰত কোনোবাই খট্‌খটালে, সুধিলো "কোন"? কোনো উত্তৰ নাই— দুৱাৰখন মাথো বেটিকৈ খট্‌খটালে। দাতিৰ কোঠালীত কেটাৰ নাকৰ ঘৰ্ঘৰণি যি দৰে বাজিছে তাক এলা পেচাকৈ জগোৱা সম্ভৱ নহয়। সেয়েহে অনিচ্ছা স্বত্বেও ময়ে উঠিলো।

"অ' তুমি দেখোন।"

কাঞ্চীক যেন নতুন ৰূপত দেখিলো। কলা ভেলভেটৰ ঘাগৰাৰ ওপৰত দাঠ মেৰুণ বৰণীয়া চাৰ্জৰ ব্লাউজ, দীঘল বেণী পিঠিৰ ওপৰত। গোলাপী গালত ওঁঠত, চঞ্চল চকু দুটাত কৌতুকপূৰ্ণ চেপা মৰা হাঁহি। হাতত এপাচি সুমথিৰা টেঙা' ভিতৰলৈ আহি পাচিটো থৈ ক'লে "বড়ী আম্মাই পঠিয়াই দিছে। আমাৰ বাগিছাৰ।" হৃষ্ট পুষ্ট টেঙা খিনি চুই চাই আছিলোঁ।' কাঞ্চীয়ে ক'লে "যি বিচাৰিছা নোপোৱা। মই নিজে গছৰ পৰা পাৰি আনিছো। কেই ডাল কাইটে বিন্ধিলে জানা— তিনিডাল। বৰী আম্মাই ডাল ভঙা দেখি গালি পাৰিছিল। মই কলো "কি কৰিম তোমাৰ বাবুজী আকৌ পাতে সৈতে টেঙা নহ'লে যে সন্তুষ্ট নহয়।" কথাটো সঁচা। এয়া একৰকম মোৰ ল'ৰা ধেমালি। সুমথিৰাৰ লগত যে পাতো লাগি থাকে সেয়া দাৰ্জিলিঙতে প্ৰথম দেখিলো।

"কোনে কলে মই পাত নোহোৱা টেঙা বেয়া পাওঁ বুলি?" মই সুধিলো।

"মই জানো।"

"কেনেকৈ?"

দীঘল বেনী ডাল জোকাৰি কলে "নকও।"

কপট গাম্ভীর্য্যৰে কলো "মই নেথাওঁ। তোমাৰ টেঙা লৈ যোৱা।"

"হুঃ ওভোটাই নিম? বড়ী আম্মাই পিঠিত কলা খবি ভাঙিব। এয়া চোৱা কেনেকৈ মাৰে" বুলি হাতৰ ওপৰত চোলাটো উদঙাই মাৰৰ এটা কলা দাগ দেখুৱালে।

কলো, "ভাল হৈছে, দিনটো দুষ্টামি কৰিবা। শাস্তি দিবই।"

"তেতিয়া হ'লে তুমিও বাদ নপৰিবা।"

"কিয়? মই আকৌ কি কৰিলো?"

"টেঙা লৈ যাবলৈ কৈলে কলা?" কাচৰ চুৰি ভঙাৰ দৰে অলপ বেলি বৈ হাঁহিৰ ফোৱাৰাৰে পাৰ ভাঙি দিলে। মই স্থান হেৰুৱাৰ অৱস্থা। মোৰ এই অদ্ভুত ভাবান্তৰ বোধ হয় তাই ধৰিব নোৱাৰিলে।

হঠাৎ হাঁহি বন্ধ কৰি মোৰ ওচৰ চাপি ভয়ে ভয়ে সুধিলে "তুমি খং কৰিছা বাবুজী?"

উত্তৰ নেপাই নিজে নিজেই কলে "মোৰ এই বেমাৰ নগল আৰু— কিমান যে বকনি খাওঁ তাৰ বাবে।"

"সেই জ্ঞান আছে যেতিয়া বলিয়াৰ দৰে হাঁহা কিয়?" "মই কিবা ইচ্ছা কৰি হাঁহোনে? হাঁহি উঠিলে কি কৰিম?"

"বাৰু, এইবাৰ হাঁহি উঠিলেই বড়ী আম্মাক লগ ধৰিবা, একোব পিঠিত পৰিলেই হাঁহি বাপ বাপ কৈ পলাই ফাঁট মাৰিব।"

"ইচ্ তেতিয়া মোৰ বেচিহে হাঁহি উঠিব।"

"মই জানো— তেৱেঁই মৰম কৰি কৰি তোমাৰ মুৰটো খালে। ৰবা আজি কৈ থৈ আহিমগৈ।"

"যোৱাছোন, বুঢ়ীয়ে কি কব মোৰ জনা আছে।"

"কি কব?"

"কব আদৰ দি মই তাইৰ মুৰ খোৱা নাই— খাইছে অইন এজনেহে"

"সেই জননো কোন?"

"মই কি জানো" বুলি মোৰ পিনে পিঠি দি ঘুৰি দিলে। দীঘল বেনীদালত আৰু এটা জোকাৰণি তুলি চঞ্চল পদৰে ঘৰৰ ভিতৰলৈ সোমাই গল। পাচিতো পাক ঘৰত থৈ ঘুৰি আহি কলে "মুৰ খালেই নহব, ফল কেইটা খাবা, গোটেই সোপা কেটাক দি নিদিবা, যি হে তোমাৰ মন হয়টো এটাও খোৱা নহ'ব।

উৎসাহ দেখুৱাই কলো "কোনে কলে নেখাম বুলি। কালিলৈ আহি চাবা পাচিৰ তলি উদং। বিশ্বাস হোৱা নাই নহয়— বাৰু তোমাৰ আগতে আৰম্ভ কৰো বুলি উঠিব খোজোতে "হৈছে হৈছে উঠিব নেলাগে বাৰু।"

এইবাৰ ইফালে সিফালে চাই পাকঘৰৰ পৰা এখন প্লেট আনি তাৰ ওপৰত তিনি চাৰিটা টেঙাৰ বাকলি গুচাই দি ক'লে "খোৱা।"

এটা খাবলৈ লৈ কলো "মই অকলেই খাম হবলা?"

"নহলে কোনে খাব?"

"কিয় তুমি"?

কাঞ্চীয়ে উত্তৰ নিদি ভৰিত বুঢ়া আঙুলিৰে মাটি খুচৰিবলৈ ধৰিলে। মুখত সলজ্জ হাঁহিৰ আভাস। কেইটামান ফুটা হাতত গুজি দি কলো চাওঁ কাৰ আগতে শেষ হয়।"

"কাঞ্চীয়ে নেখাই থৰ লাগি ঠিয় হৈ ৰ'ল।

"কি হ'ল?" বুলি তাইলৈ চাই দেখো দুপাহ সলজ্জ চকু মোৰ মুখৰ ওপৰত থাপি চাই আছে। চকুৱে চকুৱে পৰিলত গোটেই স্তনী ৰাঙলী হৈ পৰিল-- লগে লগে ভয় খোৱা হঁৰিণীৰ দৰে পলাই ফাঁট মাৰিলে।

কাষৰ ঘৰৰ পৰা বড়ী আম্মাৰ ভগা ঢোলৰ দৰে মাত ভাঁহি আহিল— তৰ্জন গৰ্জনৰে। প্ৰতিপক্ষৰ কোনো সাৰসুৰ নাই। থকাৰ সাহসো নাই। বড়ী আম্মাৰ গবৰ্ণমেণ্টত অপজিশ্যন পাৰ্টিৰ চিন চাব নাই। পুৰা ডিকটেটৰশ্বিপ— দাম্পত্য কলহক পণ্ডিতসকলে বহ্বাৰম্ভে লঘু ক্ৰিয়া বুলি বৰ্ণনা কৰিছে। কিন্তু যি ঘৰত বড়ী আম্মাৰ দৰে ওপৰৱালা তেনে ঘৰত তলতীয়া প্ৰাণীৰ আস্তিত্ব একেবাৰে শূন্য। আৰম্ভত দাৰি খুৰোৱা ব্লেড বা কামিজৰ বুতাম লৈ আৰম্ভ হোৱা কলহ বেগেঞ্জ, আইডিনত শেষ হোৱা মই নিজেই দেখিছো। খণ্টি বা ঘোটনি মাৰিৰ কোব ডাক্তৰ থাপাৰ কপালত বিৰল নহয়।

এই নিৰীহ বয়সস্থ ডাক্তৰজনৰ ওপৰত মোৰ সচাঁকৈয়ে সহানুভূতি জাগিছিল। কিন্তু আহাঁ, বেচাৰা বুলি তেওঁক যিমানখিনি কৰুণা দেখুৱাইছিলোঁ— সিমানখিনি তেওঁৰ প্ৰাপ্য নহয় বুলি আজি গম পালো। সৰু হওঁক, ডাঙৰ হওঁক কোনো এক নাৰী হৃদয়ৰ অন্তৰতম ঠাইত মই বিচৰণ কৰো, মোকে আশ্ৰয় কৰি তেওঁৰ সুখ, দুখ, বিৰোধ, শান্তি, মোক লৈ তেওঁৰ ব্যস্তভাৰ অন্ত নাই— এই সত্য দিঠক হলে মোতকৈ সুখী বাৰু কোন হব? এতিয়া ভাবো ডাক্তৰ সেই ভাগ্যবান পুৰুষ। সেয়েহে ভগা ঢোলৰ বিষে তেওঁক স্পৰ্শ নকৰে। তেওঁ জানে সেই হুটা মাতৰ মাজত আছে সুধাৰ ভাণ্ডাৰ। সেইকাৰণেই সকলো উপদ্ৰৱৰ মাজতো তেখেত নিৰুদ্বেগ আৰু নিৰ্বিকাৰ। হাতত বেগেঞ্জ বন্ধা থাকিলেও ক্ষুদ্ৰ মান চকুত কৌতুকৰ হাঁহি।

"আসামী আয়া হুজুৰ।"

চক্ খাই দেখো দুৰত সামৰিক বেশধাৰী গুৰ্খা ওৱাৰ্ডাৰ। খটাস কৈ চেলাম থুকি ক'লে, "আসামী আয়া হুজুৰ।" অভ্যৰ্থনাৰ প্ৰয়োজন আৰু ময়েই সেই অভ্যৰ্থনা কৰিব লাগিব।

কোন এই আসামী? আইন আদালতক বুঢ়া আঙুলি দেখুৱাই ধনপ্ৰাণ লৈ অত্যাচাৰ কৰা আসামী নহয়। সমাজৰ বুকুতে থাকি চুকতে কামোৰাও নহয়; তেনে লোকক কাচিৎ হে জেলৰ দুৱাৰ মুখত দেখা পাব। আইনৰ খামোচৰ পৰা টানি অনাৰ যাৰ কোনো নাই তেওঁলোকহে দলে দলে আছে। ভুটীয়া বস্তিৰ মন বাহাদুৰে তাৰ ঘৰত খাদ্য পচাই মদ তৈয়াৰ কৰে। সি নেজানে তাৰ দোষ কোন খিনিত? সিদ্ধি খনা চোৰ বংশীয়ে ওপৰৱালাৰ বঙলাৰ পৰা তিনিখন কাহি চুৰ কৰি তাকে বেচি কিনিলে পাচ সেৰ মান চাউল আৰু এমুঠি বিড়ি। জেলৰ ঘুঘু পকটাই পকেটমাৰ ব্যৱসায়ত লাভ নোহোৱা দেখি জেলত খাই বৈ শক্তি গোটাবলৈ নিজেই ধৰা দিছে।

এইবোৰ আমাৰ আসামী। ককালত ৰচি আৰু হাতত হাত কেৰেয়া লগাই অনা হয়। ইহঁতৰ নাম, ধাম কাৰ কত কি চিন আছে লিপিবদ্ধ কৰো বিৰাট চিত্ৰগুপ্তৰ বহীত। খালাচ পাবৰ দিনা বাপেকৰ নাম আৰু গাৰ চিন মিলাই জেল গেটৰ বাহিৰত মেলি দিয়া হয়। এই হতভাগাহঁতৰ কাৰণে কি বিপুল আয়োজন। টাই বন্ধা হাকিমে অহৰহ কলম চলাইছে। কলাকোট পিন্ধা উকিলে চিঞৰি টেটু ফালিছে, লাখুটি হাতত লৈ অতি ব্যস্ত জেলৰ চাহাব মৌলবী মোবাৰক আলি আৰু আমি তেওঁৰ অনুচৰ বৃন্দ লৰি ফুৰিছো। তথাপি এয়ে আমাৰ লক্ষী। ইহঁত আছে বুলিয়েই আমি এমুঠি খাবলৈ পাওঁ, নহলে ইমান দিনে কত পৰি থাকিলোহেঁতেন।

অফিচ বুলিলে দহটাৰ পৰা পাচটালৈ কলম চলি থকা এটা অন্ধকাৰ বন্দীশালকে বুজো। যি কলম চলায় দেওবাৰৰ বাহিৰে তেওঁলোকৰ বহু আকাঙ্খিত দিবা নিদ্ৰাৰ সুযোগ বিৰল। জ্যোতিষ শাস্ত্ৰ বা মোৰ গ্ৰহ নক্ষত্ৰৰ অবস্থানৰ বিষয়ে মই একো নেজানো, সন্দেহ হয় মোৰ দৈব-চক্ৰত কিজানি চন্দ্ৰদেৱতাৰ প্ৰসন্ন দৃষ্টি পৰিছে; নহলেনো মোৰ দিবা নিদ্ৰাৰ অৱসৰ কেনেকৈ হবলৈ পালে। সেই কাৰণেই চাকৰি জগতত আমিবোৰ ঈৰ্ষাৰ পাত্ৰ।

কিন্তু হায়। গোলাপ জানো নিঃকণ্টক। সেয়েহে অইন দহজন চাকৰি জীৱিয়ে যেতিয়া সূৰ্য্য দেৱতাৰ আগমণী আগ্ৰাহ্য কৰি ধীৰে সুস্থে শয্যা ত্যাগ কৰি চাহৰ কাপত সোঁহা মাৰে নাইবা বজাৰৰ মোনা হাতত লৈ চাই পিতি বেঙেনাটো মুলাটো কিনি আনি গৃহিনীৰ মুখত হাঁহি বিৰিঙোৱায়— আমি তেতিয়া সাজ-পোচাক কৰি কলম চলাও, হামিয়াই হিকটিয়াই থাকো আৰু কয়দীদলক সশব্দে চালনা কৰো' বাৰটাৰ ছুটীৰ পিছত দিবা-নিদ্ৰা। আবেলি অফিচত দেখা দিব লাগে যদিও পুৱাৰ তৎপৰতা নেথাকে। তাত জেলখানাৰ লগত বুলনি চৰাৰ কোলাকুলি। ৰিটাৰ্ন ৰেজিষ্টাৰৰ কুইনাইন পিলৰ ওপৰত তামোল, চিগাৰেটৰ মুখ ৰোচক গন্ধৰ সুগাৱ কটিং। আবেলিৰ অফিচ অফিচ নহয় জেলবাবুহঁতৰ সান্ধ্য ক্লাব।

মাৰ্চ্চ মাহ প্ৰায় শেষ হওঁ হওঁ। দাৰ্জিলিঙৰ মহা শীতে অফিচিয়েলি প্ৰস্থান কৰিছে যদিও সোশবীৰবে বিদায় লোৱা নাই। লগত প্ৰবল বতাহ। বতাহ আৰু জাৰৰ সমবেত আক্ৰমণ সহ্য কৰিব নোৱাৰি সূৰ্য্য দেৱতাই মেঘৰ আঁৰত আশ্ৰয় লৈছে।

দুপৰীয়া ভাত খাই উঠি দবল লেপ আৰু ভুটীয়া কম্বল লৈ শোৱাৰ আয়োজন কৰোতেই ওলালহি দুৱাৰত ভগ্ন দূত "টেলিফুক আয়া হুজুৰ।"

লেপ কম্বলৰে আবৃত বিচনাৰ মধুৰ আহ্বান উপেক্ষা কৰি টেলিফুকৰ ওচৰ পালোগৈ।

"হ্যালো"

"ডেপুটি কমিচনাৰে কৈছো,"

"গুড মর্নিং চাৰ আই মিন"

"লুক হিয়াৰ— তোমাৰ চেলত ঠাই আছেতো, যদি নাই এটা চেল খালি কৰোৱা আৰু স্পেচিয়েল গার্ডৰ ব্যৱস্থা কৰা।"

"Yes Sir."

"আঁধাঘণ্টাৰ ভিতৰতে এটা আসামী যাব, মানুহতো পাগল, dangerous lunatic. বেলেগে ৰাখিবা। See that he does not communicate with any body. ভয় লাগি গল। লগে লগে কৌতুহলো হ'ল। স্বয়ং বৰচাহাবেই যাৰ কাৰণে ইমান ব্যস্ত, নেজানো কিমান ভয়ঙ্কৰ জীৱ। আধাঘণ্টাৰ ভিতৰতে মানুহটো পালেহি। ককালত ৰচি হাতত হাতকেৰেয়া। দুই ফালে বন্দুকধাৰী পুলিচ। এই অসম্ভব জাৰত গাত এটা ফটা পাইজামাৰ বাহিৰে একো কাপোৰ নাই। উদং পিঠি, বুকু, বাহু, ডিঙি প্ৰায় সমস্ত শৰীৰত আঘাটৰ দাগ। কোনোবা ডোখৰ আঘাটৰ পৰা তেজ বৈ আছে। কপালৰ এফাল উখহি চকু এটা ঢাক খাই গৈছে। ওপৰৰ ওঁঠ উখহি নাকৰ লগত একেকাৰ।

দুজন পুলিচে ককালৰ ৰচি মুকলি কৰি টানি টানি মোৰ ওচৰত ঠিয় কৰালে। এটা চকুৰে অকৰাটোৱে মোলৈ চায়েই থাকিল। কেনে ধৰণৰ dangerous lunatic ?

কলো, "হাত কেৰেয়া খুলিদে।"

পুলিচ দুটাই ঠেৰো গেৰো কৰিলে, তাহাঁতৰ ইনচাৰ্জে কলে,

"একেবাৰে বলিয়া চাৰ।"

"জানো, খুলি দিয়া।"

হাতকেৰেয়া খোলাৰ লগে লগে পাগলটো মাটিত ধপ কৈ বহি পৰিল। ইফালে সিফালে চাই সেহাঁই সেহাঁই কলে, "পানী।" পানী আনোতেই গোটেইখিনি একে উশাহতে পি মাটিত ঢলি পৰিল। গোটেই মানুহটোৰ শৰীৰ কপিবলৈ ধৰিলে। অফিচত কাম কৰা কয়দীটোৱে দুখন কম্বল আনি ঢাকি দিলেহি । গাত হাত দি কলে, "চাৰ, বৰ জ্বৰ উঠিছে ইয়াৰ।" হাস্পাতাললৈ নপঠিয়াই জেললৈকে পঠিয়াব লগা হ'ল। ডিপুটি কমিচনাৰৰ হুকুমটো লৰচৰ কৰিব নোৱাৰি।

বহুত কাম বাকী পৰি আছিল। ঘৰলৈ ওভটোতে বেচ ৰাতি হ'ল। অভাৰকোট খুলিব খোজোতে কেটাই খবৰ দিলেহি "এজন বাবু আহি বহুত বেলি বৈ আছেহি।" পেটে পেটে বেয়াই পালো। এই ব্ৰহ্মাজাৰত কোনোমতে কিবা এটা খাই ডবল লেপ আৰু ভুটীয়া কম্বলৰ তলত আশ্ৰয় লবলৈ মন উন্মুখ হৈ আছিল আকৌ ওলালহি এজন। অতিথিৰ আগমনক অসন্তুষ্ট চিত্তেৰেই গ্ৰহণ কৰিব লগীয়া হ'ল।

বহা কোঠালী সোমাওতেই এটা কাপোৰৰ বান্দোল কোনোমতে ঠিয় হৈ আকৌ বহি পৰিল। মুখৰ যি কন ওলাই আছিল তাৰ পৰা তেওঁৰ বয়স, জাতি ধৰ্ম্ম, দেশৰ সম্বন্ধে জনা অসম্ভৱ।

বঙালীতে কলে "জাৰত ঠেৰেঙা লাগি গৈছো। ফ্ৰিজিং পইণ্ট পাৰ হৈ গৈছে যেন পাইছো। একাপ চাহ খুৱাব পাৰিবনে?

কেটাক চাহ কৰিবলৈ দি মই বহিলো, আগন্তুকে কলে "কি উদ্দেশ্যৰে আহিছো আপুনি ছাগৈ জানিবলৈ বিচাৰিছে, এয়া এক দুঃসাহসিক অভিযান। জনাজনি হলে চাকৰি ৰখাই টান হ'ব। বাৰু যাবলৈ দিয়ক— ধনৰাজ কেনে আছে?"

"কোন ধনৰাজ?"

"ধনৰাজ তামাং। খিংটম চাহ বাহিছাৰ পৰা যাক বলিয়া বুলি চালান দিছে। আপুনি নাই দেখা নে কি?"

"আপুনিনো কোন মই ধৰিবই পৰা নাই।"

"এয়া চাওঁক, আচল কথাটোকে কোৱা নাই। আপুনি থিকেই কৈছে খবৰটো জনোৱাৰ আগতে মোৰ পৰিচয় আপোনাৰ নিশ্চয় প্ৰয়োজন মইনো কোন? পুলিচৰ চি, আই, ডি ওটো হ'ব পাৰো। আচলতে মই পুলিচ নহয়, ডাক্তৰ। সেই খন চাহ বাগিছাতে বাইচ বছৰ সাতমাহ কাম কৰিছো। মোৰ নাম নিবাৰণ মজুমদাৰ। বিশ্বাস নাই হোৱা যদি এয়া চাওঁক বুলি তেওঁৰ পৰ্ব্বত প্ৰমাণ বস্ত্ৰৰ অন্তৰালৰ পৰা ষ্টেথিচকোপ ডাল উলিয়াই দেখুৱালে।

পাবলৈ টান হ'লেও সংসাৰত এনে এক শ্ৰেণীৰ মানুহ আছে অপৰিচয় বা অলপ সময়ৰ পৰিচয়ে অন্তৰঙ্গতাক বাধা নিদিয়ে। পৰক আপোন কৰিবলৈ এই জাত মানুহৰ মাত্ৰ ক্ষণিকৰ দৃষ্টি বিনিময়ৰ হে প্ৰয়োজন। গম্ভীৰ হোৱাৰ ভাও ধৰি কলো, "সামান্য ৰবৰৰ নল এডাল দেখুৱাই বিশ্বাস জন্মাব পৰা কেচা মানুহ নহয় মই— জানেতো আমি জেলৰ মানুহ।"

ভদ্ৰলোকে হোঁ হোঁ কৈ হাঁহি কলে, "জানো, জানো কাৰণেই এই নিশা আহি আপোনাক আমনি দিছোহি। খা-খবৰ নোলোৱাকে জেলৰ সীমা পাৰ হোৱা কেচা মানুহ বুলি নেভাবিব মোক।"

তাৰ পিছত ওচৰ চাপি আহি সুধিলে, "খবৰ কি ভাই?"

"আছেনে শেষেই হ'ল।"

কলো, "যিটো অৱস্থা দেখিছো, আজি নহ'লেও কালিলৈ বোধহয় শেষ হ'ব।"

ডাক্তৰ মনে মনে ৰল। তেওঁৰ কাণ মুখ ঢকা টুপি গলাবন্ধৰ বাবে মুখৰ চেহেৰা ধৰিব নোৱাৰিলো যদিও এটা গভীৰ হুমুনিয়াহ কাণত পৰিল। কেটাই চাহ দিলেহি। চাহৰ কাপটো টানি লৈ তাতে মন দি নিঃশব্দে ৰল। চাহ খাই উঠাৰ পিছত তেওঁৰ কণ্ঠস্বৰ শুনি চক্ খাই উঠিলো। কিবা এটা যেন চাই ভাবি ভাবি কলে, "এদিনৰ কথা মনত পৰিছে, ধনৰাজ তেতিয়াও সৰ্দাৰ হোৱা নাছিল। সামান্য বনুৱা। নৰ্টন চাহাব এচিষ্টেণ্ট মেনেজাৰ স্ফুৰ্ত্তিবাজ সৰু ল'ৰা। ভাল বেহেলা বজায়। তেওঁৰ ড্ৰইং ৰুমত বিৰাট পিয়ানো এটাও দেখিছিলো। গান বাজনা উপলক্ষে প্ৰায়ে চাহাব মেমৰ হুলস্থূল লাগি থাকিছিল। তেওঁৰ বঙলাত সেই দিনাৰ আয়োজনটো আছিল আন দিনাতকৈ ডাঙৰ। এদল বাগিছাৰ চাহাব মেমতো আছিলেই, দাৰ্জিলিঙৰ পুলিচ চাহাব, ডিপুটি কমিশ্যনাৰো উপস্থিত আছিল। পান ভোজনৰ বহুল আয়োজন। চাহাবহঁতৰ স্ফুৰ্ত্তিৰ কাৰণে বচা বচা কেইজনীমান বনুৱা ৰমনীকো ৰখা হৈছিল। ৰাতি তেতিয়া দহটা। হঠাৎ দেখা গল সৰ্ব্বনাশ মদ শেষ হৈ গল। বিশ্বাসী, পৰিশ্ৰমী আৰু তেজবন্তীয়া বুলি ধনৰাজৰ নাম আছিল। বেচাৰা শুই আছিল। এটা খানচামাই টানি তুলি তাক কলে দুঘণ্টাৰ ভিতৰত ত্ৰিচ মাইল ঘোৰাত গৈ মদ আনিবগৈ লাগে। এন্ধাৰ নিশা, ঘন অৰণ্য, বাট ওখোৰা-মোখোৰা ঘূৰি পাওঁতে এটা বাজি পয়ত্ৰিচ মিনিট গৈছিল। ধনৰাজৰ সৰ্ব্বশৰীৰ ঘৰ্মাক্ত, ঘোৰাৰ মুখৰ পৰা ফেন ওলাইছে। মেনেজাৰ টলং ভটংকৈ ওলাই আহি জড়িত কণ্ঠেৰে কলে, "দেৰি কাঁহে হুয়া উল্লুক?" ধনৰাজৰ কথা কোৱাৰ অৱস্থা নাছিল। তথাপি অতি কষ্টেৰে কলে "বাটত বাঘ ওলাইছিল সেই কাৰণে ঘূৰি আহিব লগাত পৰিল।"

চাহাবে হুংকাৰ চাৰিলে "চাপৰাশী।"

"হুজুৰ"

"মেৰা চাবুক।"

চাবুক আহিল আৰু ধনৰাজৰ পিঠিত টুকুৰা টুকুৰ কৈ চিগিল। কেইটামান বনুৱাই ধৰা ধৰি কৰি নি হস্পিটাল পোৱাওতে ধনৰাজে তেজ বতিয়াইছে।

ডাক্তৰ ৰল। বোধহয় দৃশ্যটো তেওঁৰ চকুৰ আগত ভাঁহি উঠিল। আকৌ দোহাৰিলে, "ভাবিছিলো মৰি যাব, মৰাই উচিত আছিল। কিন্তু খাটি খোৱা মানুহৰ প্ৰাণ সহজে নেযায়। কিইদিনমান পিছত পুণৰ সুস্থ হ'ল।"

"জীয়াই নেথাকিলে চাহাবৰ লাঠি আৰু চাবুক কাৰ পিঠিত পৰিব?" মই কলো।

ডাক্তৰে হাঁহি কলে "থিকেই কৈছে। তাৰোপৰি জীয়াই থকাৰ অইন প্ৰয়োজনো আছিল তাকেহে কব খুজিছো।"

এমাহ মানৰ মূৰত নৰ্টনৰ অসুখ বুলি খবৰ পালে, গৈ দেখো নৰিয়া টানেই, পালস্, প্ৰায় নাশ্লেই, চকু সোমাই গৈছে, মাত ভঙা, বেড পেনটো আতৰাবলৈ মেতৰটোক মাতিলো। কোনো সাৰি সিৰিকতি নাই। বয়, বেহাৰা, বাৰ্বুচি, চাপৰাশী সবকে চিঞৰিলোঁ।

কোনো নাই, মাত্ৰ বাহিৰত ঠিয় হৈ আছে ধনৰাজ তামাং।"

"কি হ'ল তই ইয়াত কি কৰিছ?"

"চাহাবৰ বোলে বৰ বেমাৰ ডাক্তৰ বাবু?"

"অ' কলেৰা তই যা।"

সি গল কিন্তু নিজৰ ঘৰলৈ নহয় চাহাবৰ শোৱা কোঠালীলৈ। নিজ হাতে লেতেৰা চাফা কৰি যি সেৱা কৰিলে চাহাবৰ মাক বা পত্নীয়েও হয়তো তাৰ চাৰি ভাগৰ এভাগো কৰিব নোৱাৰিলেহেঁতেন।

নৰ্টন জীলে। ধনৰাজে বকচিচ্ পালে দুখন দহটকীয়া নোট। চাহাব অত্যাচাৰী হলেও অকৃতজ্ঞ নহয়। তাক প্ৰমোচন দি কুলিৰ চৰ্দাৰ পাতিলে। সেই দিনাই সি ভেড়াৰ পোৱালী এটা লৈ মোক দেখা কৰিবলৈ আহিল।

"সেইটো কি অ'?"

ধনৰাজে হাঁহি হাঁহি ক'লে— "অকমান মাইনাজনীলৈ উমলিবলৈ আনিছো।"

"কোনে পুহিব সেইটো?"

ধনৰাজে নুশুনিলে। মাইনাইও লোভনীয় খেলাৰ সামগ্ৰীটো এৰিবলৈ মান্তি নহ'ল। মোৰ ছোৱালীজনী সিয়েই একৰকম কোলাই বোকোচাই লৈ ডাঙৰ কৰিছিল। মই কলো— সৰ্দাৰ হলি, এতিয়া বিয়া পাত।

ধনৰাজে লাজ লাজকৈ কলে, "ছোৱালী পাম কত?"

"কিয় বস্তিত ইমান ছোৱালী আছে বুলি দুজনীমানৰ নাম কলো।" তাৰ চকু মুখ ঘৃণাত কোঁচ খালে কলে, "তাহাঁতৰ নাম মুখত নলব বাবু, তাহাঁতক চুলে গা ধুব লাগে। তাহাঁত ৰাতি কত থাকে মইতো নিজ চকুৰেই দেখিছো বুলি মেনেজাৰৰ ঘৰৰ ফালে আঙুলিয়াই দেখুৱালে। কথাটো সঁচা বুলি ময়ো জানো আৰু আন সকলোৱেই জানে। কিন্তু বস্তি জীৱনৰ অইন উপসৰ্গৰ দৰে তাহাঁতে ইয়াকো মানি লবলৈ বাধ্য হৈছে। এই কাৰণত কোনো বিয়া বাৰু নোহোৱাকৈ নেথাকে। এনে ঘৃণাত কুঞ্চিত মুখ মই অইন বনুৱা যুৱকৰ মুখত দেখা নাই।

ডাক্তৰ বাবুৰ চিগাৰেট শেষ হৈছিল, কেটাক মোৰ কেচটো আনিবলৈ কলো। কেটা আহিলত তাৰ স্বদেশী ভাষাৰে ডাক্তৰে কলে, "এই ল'ৰা কি চাহ কৰিছ? এইবোৰ গাধীবৰ চৰবত তোৰ বাবুক দিবি। মই তহঁতৰ দেশৰ মানুহ মোৰ কাৰণে একাপ— বুজিলি নহয়?" কেটাই মিচিকিয়াই হাঁহি মুৰ দুপিয়াই বুজিলো বুলি কলে।

মই গম্ভীৰ ভাবে সুধিলো, "আপোনাৰ হাতত মুৰ ঘূৰোৱা দৰব আছেনে?"

"কিয়? কাৰ ঘূৰাইছে?"

গম্ভীৰ হৈ কলো, "এতিয়া ঘূৰোৱা নাই। পিছে আপোনাৰ চাহৰ বৰণ দেখি ঘূৰিব কাৰণে আগতে সাৱধান হ'ব খুজিছো।"

তেওঁ হাঁহি হাঁহি কলে, "থাককছোন কেবছৰমান এই ভূতে পোৱা দেশত কাৰ চাহ দেখি কাৰ মুৰ ঘূৰাই তেতিয়া দেখা যাব।'

"বাৰু পিছৰ কথা পিছত হ'ব। আপুনি আৰম্ভ কৰক।" ডাক্তৰে চিগাৰেটত দীঘলীয়া হোপা এটা মাৰি কলে, "মোৰ ছোৱালীজনীৰ বিয়াৰ থিক হ'ল। সপৰিবাৰে দেশলৈ যোৱাৰ আয়োজন কৰিছো। ধনৰাজে ক'লে সিও যাব। গৃহিণীয়ে হাততে সৰগ ঢুকি পালে। জানেই নহয় আমাৰ দৰে চাকৰিজীৱিৰ দেশেই হ'ল বিদেশ। আত্মীয় স্বজন, জ্ঞাতি-কুটুম্বই ইমান দিনৰ পিছত কিমান সহায় কৰিব জানিছেই। ধনৰাজৰ নিচিনা কামৰ নিজৰ মানুহ এটা পাই মোৰো সাহ বাঢ়িল। চাহাবক কৈ তাৰ ছুটী লোৱালো।

বিয়াৰ কাম কাজ শেষ হোৱাৰ পিছতো দুদিন ঘৰত থাকিবলগীয়া হ'ল। আহিবৰ সময়ত মাক সেৱা কৰোতে মাই কলে, "তোৰ মাৰলৈ মোৰ হিংসা হৈছে ধনৰাজ, তোৰ দৰে ল'ৰা জন্ম দিয়া মাকৰ তপস্যাৰ বল আছে।" মই চায়ে ৰলো। মা পুৰনিকলীয়া নীতিনিয়ম মনা বামুণৰ বিধবা আৰু ধনৰাজ এটা পাহাৰী অনাচাৰী অস্পৃশ্য বনুৱা।

সপৰিবাৰে ঘূৰিছো পোড়াক ষ্টেচনত গাড়ী সলনি কৰি দাৰ্জিলিঙ মেল ধৰিবলৈ ৰৈ আছো। আমনি লাগি গৈছেগৈ, প্লেটফৰ্মত নো কিমান খোজ কাঢ়িম? সিফালৰ দোকানবোৰৰ ওচৰত বহুত মানুহ গোট খাই কিবা কথা পাতি আছে। একো কৰণীয় নথকাত ওচৰ চাপি গলো। ভুমুকি মাৰি চাই দেখো এজনী নেপালী ছোৱালীয়ে নেপালী এটাৰ ভৰিত ধৰি কান্দিছে আৰু সি তাইক অকথ্য ভাষাত গালি পাৰিছে। সি চিঞৰি চিঞৰি কৈছে, "হাৰামজাদী, তোক মই কেতিয়াও ঘৰলৈ নিব নোৱাৰো।"

ছোৱালীজনীয়ে কাতৰ প্ৰাৰ্থনা কৰি সুধিছে, "মই তেন্তে কলৈ যাম?" নেপালীটোৱে ভেঙুচালি কৰি কৈছে "কিয় যাৰ ঘৰত এৰাতি থাকি আহিলি তালৈ।" ভীৰৰ মাজত হাঁহিৰ ৰোল শুনা গল।

এজন ভদ্ৰলোকক সুধি গম পালো নেপালীটো ষ্টেচনৰ চাহৰ দেকানী আৰু ছোৱালী জনী তাৰ ঘৈণীয়েক। ছোৱালীজনীৰ বয়স কম আৰু ধুনীয়া। তেনে অৱস্থাত সাধাৰণতে যি ঘটে সেয়ে হ'ল। ওচৰৰ গাৱঁৰ পৰা এদল মুছলমান গুণ্ডা আহি ছোৱালীজনীক মুখ বান্ধি লৈ গল। গিৰিয়েকটো পলাল। তাৰ পিছত এটা নিশা আৰু এটা দিন কি বীভৎস ভাবে কটাইছিল তাক বৰ্ণোৱাৰ প্ৰয়োজন নাই। ৰাতিৰ এন্ধাৰত তাই কেনেকৈ ঘূৰি আহিব পাৰিলে কোনেও কব নোৱাৰে। মনৰ বলতে দেহটো

চোচোৰাই নিজৰ ঘৰলৈ ঢাপলি মেলি আহিছে। তাই নেজানে ইতিমধ্যে তাইৰ ঘৰৰ দুৱাৰ তাইৰ কাৰণে চিৰকালৰ কাৰণে বন্ধ হৈ গল। ডাক্তৰবাবুৱে দুই মিনিটমান মনে মনে থাকি আকৌ কলে, "আমাৰ দেশৰ ডাঙৰ ডাঙৰ পণ্ডিতে নাম দিছে গৃহিনী, গৃহলক্ষ্মী, গৃহৰ অধিষ্ঠাত্ৰী দেৱী আৰু কত কি? এইবোৰ মাত্ৰ তোষামোদৰ ভাষা। নিজৰ বুকুৰ তেজ দি, জীৱন দি তেৱেঁই গৃহ গঢ়ি তোলে তথাপি তেওঁ সেই ঘৰৰ মালিক নহয়। গৃহদেৱতা পুৰুষহে। সেয়েহে নেপালীটোৱে কালি প্ৰিয়তমা গৃহলক্ষ্মীক গুণ্ডাৰ হাতত এৰি দি প্ৰাণ ৰক্ষা কৰিছিল আজি তেওঁক ত্যাগ কৰি ধৰ্ম্ম ৰক্ষা কৰিলে। ভিৰৰ মাজৰ পৰৰ নিঃশব্দে ওলাই আহিলো। "ক্ষমা কৰিব ডাক্তৰ বাবু মই কিন্তু এনেকৈ নিঃশব্দে ওলাই আহিব নোৱাৰিলোহেঁতেন।" মই কলো

"কি কৰিলেহেঁতেন?"

"ভৰিৰ জোতা সোলোকাই সেই জন্তুটোৰ মুখত মাৰিলোহেঁতেন। পাৰো বা নোৱাৰো এবাৰ চেষ্টা কৰিলোহেঁতেঁন।" "কি লাভ হ'ল হেঁতেঁন? মাজ মুৰত আপোনাৰ জোতা জোৰ নষ্ট হ'লহেঁতেঁন।"

তেওঁ অলপ ৰৈ কলে, "বহুত দিনৰ কথা, তেতিয়াও মোৰ আটাইবোৰ চুলি পকা নাছিল। কিন্তু সেই নেপালীটোতকৈও বহুত বেচি ভয়ঙ্কৰ জন্তু আমাৰ সমাজত বিচৰণ কৰে বুলি মই গম পাইছিলো। তেওঁলোকৰ পিঠিত জোতা মৰাৰ সাধ্য নাই। এটা চাহৰ দোকানীক মাৰি কিমান ক্ষোভ দুৰ কৰিব? ড্ৰামাটিক কিবা এটা হ'লহেঁতেঁন। কিন্তু এইবাৰ আপোনাক যি দৃশ্যলৈ নিছো সি বেছি ড্ৰামাটিক।"

ষ্টেচন মাষ্টৰৰ অফিচত খবৰ পালো গাড়ী দুঘণ্টা লেট। ৱেটিংৰুমত জুমি দেখো গৃহিনী নিদ্ৰামগ্ন। সময় কটাবৰ এই সহজ উপায় থাকোতে মই যে মৰিবলৈ কিয় ঘূৰি ফুৰিছো কব নোৱাৰো। কম্বল হাতত লৈ এডোখৰ নিৰ্জন ঠাই বিচাৰোতে ধনৰাজ হাজিৰ। "কত আছিলি ইমান পৰ? "সি নিৰুত্তৰ। মোৰ মুখলৈ অলপ বেলি চাই কলে, "খং নকৰে যদি কথা এটা কওঁ।"

"ক— খং কৰিম কিয়?"

"বদমাচটো পলালেই। তাৰ কপাল ভাল। মই অলপ পিছ পৰিছিলো নহ'লে তাৰ দুয়োপাৰি দাঁত একেবাৰে পঠিয়ালোহেঁতেঁন।"

"ভালেই হ'ল। সেই বাহাদুৰি নেদেখুৱাই ভালেই কৰিছ। তাৰ দাঁত আমাৰ কামত নাহে। এতিয়া তোৰ মতলব কি?"

"সেয়া আপুনি বুজি পোৱা নাই জানো?"

"পাইছো পিছে নি কত ৰাখিবিগৈ?"

"কত ৰাখিম ঘৰতে ৰাখিম। ঘৰৰ ঘৈণী ঘৰত নেথাকি কত থাকিব?'?

"সকলো ঘটনা জানিছ?"

"শুনিছো।"

ইয়াৰ পিছতে মোৰ মাত হ্বিল। জানো অইনৰ পৰিত্যাগ কৰা স্ত্ৰীক বিয়া কৰোৱাত সিহঁতৰ সমাজত বাধা নাই। সেই বুলি সেইজনী ছোৱালী? তাকো সকলো ঘটনা জনা শুনাৰ পিছত। ভাবিলো ইয়াক হাক দি দাবিকে দিওঁ ভালকৈ। কিন্তু আপুনি বিশ্বাস কৰক ডিপুটি বাবু তাৰ চকুলৈ চাই মোৰ মাত কোমল হৈ গল। হুজুগত বাহাদুৰি দেখুউৱাৰ লক্ষণ তাৰ চকুত নেদেখিলো। মই যিটো কেতিয়াওঁ নোৱাৰিম, মোৰ কথা বাদেই যত বহুতো মহাপ্ৰাণ যুবকো পিচ হুহঁকি আহিলহেতেন এই বনুৱাটোৰ মানত সেয়া তেনেই সহজ। আৱশ্যক নাই বুলি জানিও সুধিলো "ভালকৈ ভাবি চাইছ?"

"চাইছো।"

"তাই ৰাজী হ'বনে?"

"কব নোৱাৰো। একো নকয় মাত্ৰ কান্দেহে।"

"অ' সেই কাৰণে মোক বিচাৰিছ পিছে মোৰ বকচিচ।" ধনৰাজে খপ্ কৰি মোৰ ভৰি দুটাত ধৰি সলজ্জ মুখে ঠিয় হৈ ৰল।

টোপনিৰ আশা বাদ দি ধনৰাজৰ লগ লাগিলো।

দোকানৰ ওচৰৰ পৰা গৈ ছোৱালীজনী এজোপা গছৰ তলত বহিছিলগৈ।

ওচৰ পাওঁতে ধনৰাজে কলে, "ডাক্তৰ বাবু আহিছে।"

তাই মুৰ তুলি মোৰ ফালে চালে। মুখখন বৰ মৰম লগা। অসহায় চকু দুটা দেখিলেই বেয়া লাগে। তাইঁতৰ পাহাৰী ভাষাত কলো। "তোমাৰ পিতাৰ আছেনে নাই মই নেজানো। মোক তুমি তোমাৰ পিতাৰৰ দৰেই বিশ্বাস কৰিব পাৰা।" ধনৰাজক দেখুৱাই কলো, "তাক মই সৰুৰে পৰা নিজৰ ল'ৰাৰ দৰেই জানো 'সি তোমাক যি কৈছে ভাবি চোৱা'। তাক বিয়া কৰাই কোনো ছোৱালী ঠগ নেখায়।"

ছোৱালীজনীয়ে অলপ বেলি ভাবি লৈ মোৰ ভৰিত পৰি কলে, "তুমিয়েই মোৰ পিতা বাবুজী।" আৰু একো কব নোৱাৰিলে বাকী কথা জনালে তাইৰ চকুৰ পানীৰে।

"এখন নাটকেই কৰিলো কি কোৱা? কিন্তু সেই নাটকৰ হিৰ' ধনৰাজহে। মই চাইদ এক্টৰ হে" বুলি ডাক্তৰে হোঁ হোঁ কৈ হাহিবলৈ ধৰিলে। মই তেওঁৰ হাঁহিত যোগ নিদি কলো "আপোনাৰ কি বোল নাটকৰ শেষ নুশুনাকৈ কব নোৱাৰো। এতেকে নেক্সট সীন প্লিজ।"

ডাক্তৰে হাঁহি মুখে কলে, "শুনক।"

ছোৱালীজনী সুস্থ কৰোতে ডেৰমাহ মান সময় লাগিল। এই সময়খিনি সি মোৰ ঘৰতে থাকিল। মই হাস্পতাললৈ নিব খুজিছেলো মোৰ গৃহিনী সম্মত নহ'ল। তথাপি এবাৰ বুজাবলৈ চেষ্টা কৰি কলো, "ঘৰত এই জঞ্জাল চপাই লৈছা কিয়?"

গৃহিণীয়ে চমুকৈ কলে, "তোমালোকে বুজি নোপোৱা। "তোমালোকে" কথাটোৰ ওপৰত বৰ জোৰ দি কলে; নেজানো তাৰ বা মানে কি?"

মই কলো, "তাত তো কোনো মানে বিচৰাৰ প্ৰয়োজন নাই, ডাক্তৰ বাবু। নাৰীৰ লাঞ্চনা নাৰীয়েহে বুজি পায়। আমি বুজো বুদ্ধিৰে তেওঁলোকে বুজে সমস্ত সত্বাৰে।"

"তোমাৰ এই কথা মানি ললোহেঁতেন যদি জানিলোহেঁতেন নাৰীৰ এই লাঞ্ছনা কেৱল পুৰুষৰ পৰাহে আহে। কত নাৰীয়ে এই নৰক দৃশ্য উপভোগ কৰে। নাৰীৰ ওপৰত লগাই দিয়ে অশ্লীল পুৰুষক।"

কলো, "গৰুৰ মাংস কসাইখনাৰ পৰা গৰুৱেই ভাৰ লৈ যায়। কিন্তু তথাপি কম সকলো একে মহয়। যি গৰাকী কল্যাণী নাৰীয়ে সেই পাহাৰী ছোৱালীজনীক প্ৰতিপাল কৰি তাইৰ দুখৰ বোজা পাতলাব খুজিছিল তেৱো সেই জাতৰে। বাৰু তাৰ পিছত কওঁক।"

ধনৰাজে বস্তিৰ ঘৰ এৰি চাহ বাগিছাৰ বাহিৰৰ ঘৰত থাকিবলৈ ললে। তাহাতৰ এজনী ছোৱালী হ'ল। ছোৱালীজনী সৌন্দৰ্য্যত যেনিবা এপাহি তগৰ ফুল। ধনৰাজে তাইৰ নাম ৰাখিলে "লখিয়া।" এনিশাৰ প্ৰলয়ে ধনৰাজৰ ঘৈণীয়েকৰ জীৱনৰ চাকি ধিমিক ধামাক কৰি পেলালে। প্ৰসৱৰ কষ্ট সহ্য কৰা তাইৰ পক্ষে টান হ'ল।

এই বিষয়ে এটা কথা আপোনাক নকৈ নোৱাৰো ডিপুটি বাবু— সুদক্ষ নাৰ্চৰ বহুতো সেৱা দেখিছো, কিন্তু এজন পুৰুষে যে এইদৰে দিনৰ পিছত দিন ক্লান্তিহীন ভাৱে সেৱা কৰিব পাৰে তাক গম পালো ধনৰাজক দেখি। ঘৈণীয়েকজনীয়ে আৰু দুবছৰ জীয়াই থাকিল, সেয়া অকল ধনৰাজৰ সেৱাৰ বলত। দুবছৰীয়া এটা শিশু লৈ ধনৰাজ বিব্ৰত হৈ পৰিল। আমি কলো "বিয়া পাত, ছোৱালীজনীক তো জীয়াই ৰাখিব লাগিব।" ধনৰাজে কলে, "সেইটো আদেশ নিদিব বাবু। তাইৰ বস্তু মই অইনৰ হাতত তুলি দিব নোৱাৰো।"

দুৰ সম্পৰ্কীয়া বুঢ়ী পেহীয়েক এজনীক আনি ললে। বুঢ়ীয়ে ৰান্ধে আৰু ধনৰাজ কামৰ পৰা আহে মানে ছোৱালীজনী ৰখে। ছোৱালী মানুহ কৰাৰ ভাৰ সি নিজৰ হাতত ললে, তাইক মিছনাৰী স্কুলত দি জোতা, কোপোৰ, খেলনা, পুতলা সৰ্ব্বস্ব যোগাৰ কৰে ধনৰাজে।

কুলি বস্তিৰ মানুহে ধনৰাজক ঠাট্টা কৰে। সি পিছে কাণ নিদিয়ে। হেডক্লাৰ্কে এদিন মোক কলে, "ধনৰাজৰ কাণ্ড দেখিছে, জীয়েকক একেবাৰে মেমচাহাব কৰিলে। তাইনো বিয়া বাৰু হলে সাধাৰণ বনুৱাৰ ঘৰত কেনেকৈ থাকিব?" কথাটো মিছাও নহয়। লখিয়া দিনক দিনে ৰূপৰ জেউতি চৰায় ডাঙৰ হ'ল।

ধনৰাজক এদিন মাতি সুধিলো, "লখিয়াৰ বিয়াৰ কিবা কৰিছনে?"

সি করুণভাৱে কলে, "আপুনি সকলো জানে। হাতত তুলি দি নিশ্চিন্ত হ'ব পৰা

ল'ৰা দেখোন এই অঞ্চলত দেখাই নাই।" "ছোৱালী ডাঙৰ হৈছে, কিবা এটা কৰ। এইবোৰ ভাল ঠাই নহয়।" ধনৰাজে হুমুনিয়াহ কাঢ়ি কলে, "সেয়া মই ভালকৈয়ে জানো; কিমান সাৱধানে যে ছোৱালীজনীক ৰাখিব লাগে।" তাৰ পিছত মোৰ ওচৰ চাপি কলে, "পাচশমান টকা সাঁচিছো। চহৰলৈ গলে লখিয়াৰ যোগ্য ল'ৰা এটা নেপামনে বাৰু?" কথাটো বেয়া নহয় আলোচনা কৰি থিক কৰিলো, ধনৰাজে ছমাহ মানৰ ছুটী লৈ লখিয়াক লৈ দাৰ্জিলিঙলৈ যাব। তাৰ মাহীয়েকৰ পুতেকে পুলিচত কাম কৰে। তাতে থাকি এটা ভাল নেপালী ল'ৰা বিচাৰিব লাগিব।

ইয়াৰ কেইদিনমান পিছত মোক আৰু হেডক্লাৰ্ক বাবুক লগত লৈ নৰ্টন চাহাব সেই অঞ্চলৰ কিছু মাটি কিনি বাগিছা বঢ়োৱাৰ উদ্দেশ্যেৰে ধনৰাজহঁতৰ গাৱৰ ফালে গল। উভটি আহোঁতে দেখিলো এজনী পোন্ধৰ যোল্লবছৰীয়া ছোৱালীয়ে ছাগলীক গছৰ পাত খুৱাই আছে। তাইৰ সাজ-পোচাক, চেহেৰা, সপ্ৰতিভ ভাব সেই অঞ্চলৰ কাৰো লগত নিমিলা। চকুত লগা। চাহাবে অলপ বৈ সুধিলে,

"কাৰ ছোৱালী'?

হেডক্লাৰ্কে কলে, "ধনৰাজ-তামাংৰ।"

চাহাব যেন আকাশৰ পৰাহে পৰিল "you mean our Dhanraj?"

"হয় চাৰ, আমাৰ ধনৰাজ।"

কেদিনমানৰ পিছত চাহাবে ধনৰাজক বস্তিলৈ উঠি যাবলৈ হুকুম দিলে। কুলিৰ চৰ্দাৰক বস্তিৰ বাহিৰত থাকিবলৈ দিব নোৱাৰি। ধনৰাজ মান্তি নহ'ল । চাহাব গহীন হ'ল। কেইদিনমানৰ পিছত ধনৰাজে ছুটী বিচাৰি দৰ্খাস্ত দিলে সেয়াও মঞ্জুৰ নহ'ল।

ইয়াৰ পিছৰ দেওবাৰতে আকৌ চাহাবৰ বঙলাত পাৰ্টিৰ আয়োজন হ'ল। নতুনকৈ অহা বগা চামৰাৰ পুলিচ চাহাবক বিশেষ অতিথি হিচাপে নিমন্ত্ৰণ কৰা হ'ল। ধনৰাজক পঠিয়ালে মদৰ সন্ধানত। ইমান অসময়ত ধনৰাজক পঠিওৱা হ'ল যে ঘূৰোতে নিশা একমান বাজিল বটলবোৰ চাহাবৰ বঙলাত দি সি নিজৰ ঘৰলৈ লৰ ধৰিলে। গৈ দেখে পেহীয়েকে "লখিয়া নাই" বুলি কপাল চপৰিয়াই কান্দি আছে। কেইটামান গুণ্ডাৰ দৰে মানুহে লখিয়াৰ মুখত সোপা দি লৈ গল বুলি বুঢ়ীয়ে কান্দি কান্দি জনালে। ধনৰাজ প্ৰাণত টাকি চাহাবৰ বঙলালৈ লৰ ধৰিলে। যেহেৰা, চাপ্ৰাচীৰ দেওনা পাৰ হৈ নৰ্টনৰ বেডৰুম পালেগৈ। দুৱাৰ ভিতৰৰ পৰা বন্ধ। ধনৰাজ তেতিয়া সচাঁকৈয়ে বলিয়া হৈ গৈছিল প্ৰাণপণে দুৱাৰত ঢকিয়াই গুৰিয়াই চিঞৰিছে, "দুৱাৰ খোল, বেগেতে দুৱাৰ খোল।" নৰ্টন ওলাই আহিল।

'লখিয়া কত?" ধনৰাজ গৰজি উঠিল।

মদৰ জালত চাহাবৰ অৱস্থা শোচনীয় লেবাই লেবাই কলে,

"লখিয়াকো হাম চাদি কৰ লিয়া" I am your son-in-law.

হাঃ হাঃ।"

"চুপ থাক" বুলি ধনৰাজ চাহাবৰ ওপৰত জপিয়াই পৰি নাকৰ ওপৰত ঘোচা সোধাই দিলে।

মিষ্টাৰ নৰ্টন মাটিত পৰি গ'ল। বগা চাহাবৰ তেজৰে কলা মানুহৰ দেশ ধন্য হ'ল। পুলিচ চাহাব তেওঁৰ দলে বলে উপস্থিত আছিলেই। তেৱোঁ সেই লুণ্ঠনৰ অংশীদাৰ আছিল। পিছৰ দৃশ্য অনুমান কৰিব পাৰিছেই আৰু আজি স্বচক্ষেও দেখিছে।"

ডাক্তৰ বাবুৱে ঘড়ী চাই কলে, "বহুত নিশা হ'ল যাওঁ আপুনি ভাত খাওকগৈ।

মই হঠাৎ অসংলগ্নৰ দৰে প্ৰশ্ন কৰিলো, "ছোৱালীজনীৰ কি হ'ল।"

"আপুনিও ভাল আৰু। তাইৰ খবৰ কোনে ৰাখে। শুনিছো ঘনাই অচেতন হৈ পৰি থাকে।'?

"তাইক বাৰু উদ্ধাৰ কৰিব পৰা নেযায়নে?"

ডাক্তৰে মোৰ দুই কান্ধত দুখন হাত থৈ কলে, 'সচাঁকৈয়ে আপুনি সৰু ল'ৰা।'

ডাক্তৰ বাবু যাব খোজোতেহে মোৰ জ্ঞান হ'ল, কলো, "এই নিশা কলৈ যায়? কিবা এটা খাই ইয়াতে শুই থাকক।" ডাক্তৰে মোৰ হাত এখনত ধৰি কলে, "উপায় নাই ভাই। ঘোৰা বৈ আছে। ৰাতিপুৱা বাগিছাত হাজিৰা দিব লাগিব।"

"এই গভীৰ নিশা ইমান জ্বাৰত?"

ডাক্তৰে ম্লান হাঁহিৰে কলে, "কি কৰিম ভাই চাকৰি!" বাৰান্দালৈ ওলাই আহি আকৌ সুধিলো "ডাক্তৰ বাবু সিহঁতে বাৰু মেনেজাৰক আঘাট কৰাৰ বাবে ধনৰাজৰ বিৰুদ্ধে মকৰ্দ্দমা নকৰিলে কিয়?"

ডাক্তৰে হাঁহি মাৰি কলে, "প্ৰশ্নটো আপোনাৰ দৰে বুদ্ধিমান ল'ৰাৰ উপযুক্ত নহ'ল। মোকৰ্দ্দমা চলালে লখিয়াক আদালতত থিয় কৰাব লাগিব। তাতকৈ সহজ পন্থা হ'ল ধনৰাজক বলিয়া বুলি চালান দিয়া।"

মই তৰ্কৰ সুৰত কলো, "সেইটো কেনেকৈ সহজ পথ হ'ল? এটা ভাল মানুহক বলিয়া প্ৰতিপন্ন কৰিবলৈ মেডিকেল চাৰ্টিফিকেট নেলাগিব জানো?"

ডাক্তৰে হাঁহি হাঁহি কোনো উত্তৰ নিদিলে।

চাওঁতে চাওঁতে সেই চলন্ত কাপোৰৰ বান্দিল পাহাৰৰ আৰঁত অদৃশ্য হৈ গল। মই চাই চাই ভাবিলো অদ্ভুত! অখ্যাত এইজন এজন চাহ বাগিছাৰ ডাক্তৰ। মোৰ নিচিনা শিক্ষা অভিমানীৰ মনৰ চুকত তেওঁ এটা আঁচোৰ দি গল। তেওঁৰ লগত আৰু দেখা নহ'ল।

ধনৰাজ কাহিনীৰ বাকী অংশ অত্যন্ত সংক্ষিপ্ত। গাৰ খাঁৰ দাগ শুকাবলৈ লাগিছিল প্ৰায় দুমাহ। সেই সময়ত বগা চামৰাৰ চিভিল চাৰ্জনে দুবাৰ জেল পৰিদৰ্শন কৰিলে। তাৰ পিছত কাছাৰীৰ পৰা হুকুম আহিল ধনৰাজ ঘোৰ বলিয়া। সোনকালে

তাক ৰাচীৰ বলিয়া ফাটেকলৈ পঠিওৱা হওঁক। দলিলৰ মাজত দেখিলো এখন পুলিচৰ ৰিপোর্ট। পাহাৰী দাৰোগাই লেখিছে ধনৰাজে নিয়মিত ভাৱে ভাং খাইছিল। তাৰ বংশতো আগতে কোনোবা বলিয়া আছিল।

তাৰ পিছত হাকিমৰ নির্দেশমতে মই তাক পুলিচৰ হাতত চমজাই দিলো। জেল কোডৰ নির্দেশ ক্রমে ঘোৰ বলিয়া বুলি ৰেলৰ এটা দবা দার্জিলিঙৰ পৰা ৰাচীলৈ ৰিজার্ভ কৰা হ'ল। পুলিচৰ মানুহে তাক টানি বান্ধোতেও সি একো প্রতিবাদ নকৰিলে। মোৰ মনত লাগিল তাৰ অৱসন্ন চকু দুটাই যেন কৈছে "মোৰ লখিয়া কত?" হয়তো সেয়া মোৰ কল্পনা বা চকুৰ ভুল।

গো-জাতিৰ সেৱা যদি পূণ্যৰ কাম বুলি ধৰা হয় জেল প্রাঙ্গন তেতিয়া নিশ্চয় এক পূণ্য ক্ষেত্র। সৰু, ডাঙৰ প্রত্যেক জেলতে এখন ডায়েৰী থাকে। জেলৰ অধিবাসীসকলৰ খোৱাৰ উপকৰণে সাধু, গুৰুৰ ঈর্ষাৰ উদ্রেক কৰিব। গৰুৰ বাসৰ কাৰণে ধুনীয়া পকি ঘৰ, দানা-পানীৰ সু-ব্যৱস্থা, গা-পা ধুউৱাৰ বাবে বিনা দৰমহাৰ বাধ্য ভৃত্য। পথাৰত চৰি ঘাঁই বিচাৰি ফুৰাৰ তাহাঁতৰ দৰকাৰ নেথাকে। গৰুবোৰ ভাল জাতৰ আৰু স্বাস্থ্যবান। কিৰণ দাদাই সেই কাৰণেই কয় বহুত পূণ্য কৰিলেহে জেলৰ গৰু হ'ব পৰা যায়।

ডেয়াৰী দ্বৈত শাসনৰ তলত। বেমাৰ, এজাৰ খোৱা-বোৱা পশুপালন বিভাগৰ আৰু গাখীৰৰ ভাৰ জেলৰ হাতত। এফালে গৰু-ডাক্তৰ আৰু এফালে জেল-ডাক্তৰ। প্রথমজন নিস্কাম— তেওঁৰ অধিকাৰ কামৰহে; দ্বিতীয়জন মহাপুৰুষ, তেওঁৰ দৃষ্টি— ফলেষু। যাক লৈ এই আয়োজন তাহাঁত নধৰ কান্তি হৈয়েই থাকে।

তৃতীয় পক্ষ অর্থাৎ আমি লক্ষ্য কৰো গোধনৰ দেহৰ সৌষ্ঠব যেনেকৈ শশীকলাৰ দৰে দিনে দিনে বৃদ্ধি পায়, গাখীৰৰ পৰিমান দিনে দিনে কৃষ্ণপক্ষৰ দৰে কমি যায়। বেচিভাগ জেলৰ ডায়েৰীৰ এয়ে সংক্ষিপ্ত ইতিহাস।

এদিন কাগজ পত্র চর্চা কৰোতে বৰ চাহাবৰ এই তথ্যটো চকুত পৰিল। ডায়েৰীৰ হিচাপ ৰখাৰ দায়িত্ব ডাক্তৰৰ। ডাক্তৰ থাপাক মতা হ'ল।

বৰ চাহাবে সুধিলে "তোমাৰ গাখীৰ দিনে দিনে কমি গৈছে কিয়?

ডাক্তৰে ভয়ে ভয়ে উত্তৰ দিলে, "মই নেজানো।"

"You do not know? তেন্তে কোনে জানিব?"

ডাক্তৰ মনে মনে ৰল। বৰ চাহাবে পুণৰ সুধিলে, "কোৱা তুমি নেজানিলে কেনেকৈ হ'ব?

ডাক্তৰে এবাৰ জেলৰ চাহাবৰ মুখলৈ আৰু এবাৰ মোৰ মুখলৈ চাই কোনো ভৰষা নেপাই ক'লে "The Cows might know Sir."

মিষ্টাৰ বায়ে তেওঁক ঠাট্টা কৰিছে বুলি ভাবি গহীন হ'ল। হঠাৎ তেওঁৰ ডাক্তৰ থাপাৰ অসহায় মুখখনলৈ চকু পৰি জোৰে হাঁহি কলে "All right, you may go."

মই প্ৰশিক্ষাৰ্থী। সেই কাৰণে গাখীৰ হ্ৰাসৰ ৰহস্যৰ তদাৰকৰ ভাৰ মোৰ ওপৰত পৰিল। দুদিনমানৰ ভিতৰতে বুজা গ'ল এজন দেচোৱালী জমাদাৰৰ এটা ডাঙৰ ঘটি এই ঘটনাৰ লগত জড়িত। গেট কিপাৰক প্ৰশ্ন কৰিলো "তুমি কি কৰা? ঘটিৰতো ভৰি নাই নিজে নিজে বাহিৰলৈ ওলাই যাবলৈ। এনে ঘটিলে তোমাৰ চাকৰি নেথাকিব কিন্তু।" "সব ঠিক হো যায়েগা" বুলি সি মোক আশ্বাস দিলে। পিছদিনাৰ পৰা গাখীৰৰ পৰিমান বৃদ্ধি পালে, ওপৰৱালা সন্তুষ্ট হ'ল।

কেদিনমানৰ মুৰত আকৌ পুণৰাবৃত্তি। গেটকিপাৰক কলো "এইবাৰ তোমাৰ চাকৰি নেথাকে, যাবলৈ সাজু হোৱা।" সি কলে, "গাখীৰ গৈছে হয় কিন্তু ঘটিত নহয়।"

"ঘটি নহৈ কলহ বাল্টিত গলে তোমাৰ দায়িত্ব কমিব বুলি ভাবিছানে?'

এই কথাৰ উত্তৰ নিদি সি কলে, "কালিলৈ পুৱা অনুগ্ৰহ কৰি যদি আহে, নিজেই সকলো দেখিব।"

পিচদিনা পুৱাতে গলো। ডায়েৰীত গাখীৰ খিৰোৱা আৰম্ভ হৈছে। গেট কিপাৰৰ পৰামৰ্শমতে আমি বেৰৰ আৰঁত লুকাই ৰলো। সেই বিৰাট শৰীৰৰ জমাদাৰ চাহাব চকীত বহি আছে। তেওঁক বেৰি বৈ আছে অনুগত কয়দীৰ দল। কিবা এটা কথা কৈ খুব হাঁহিছে। শেষৰ এষাৰ শুনিলো, "ফুকলীয়া ল'ৰা মোৰ লগত লাগিবলৈ আহে। চাওঁছোন কেনেকৈ ধৰে?" ফুকলীয়া ল'ৰাটো যে ময়েই বুজি পালো। এটা কয়দীয়ে বাল্টি এটাত তিনি সেৰ মান গাখীৰ আনি দিলে, জমাদাৰ চাহাবে ঘোট্ ঘোট্কৈ পি পেটত হাত ফুৰাই এটা তৃপ্তিৰ উগাৰ মাৰোতেই ভূত দেখাৰ দৰে মোক দেখি চক্ খাই উঠিল।

পিছৰ দৃশ্য বৰ করুণ, যি ফুকলীয়া ল'ৰাক দুই মিনিটৰ আগতে ইতিকিং কৰিছিল এতিয়া তেওঁৰ ভৰিত লুটি খাই পৰিল।

গেট কিপাৰৰ অসহায় অৱস্থাতো বুজি পালো। ঘটি, বাল্টি, কলহ নহয় গাখীৰ বহন কৰা এনে পাত্ৰও আছে যত কোনো তালাচী চলোৱা সম্ভৱ নহয়।

চৰকাৰী চাকৰিৰ সুখ সুবিধা বহুত। তাৰ বিৱৰণ লিখিবলৈ গৈ নিজৰ মানুহৰ বিৰাগ ভাজন আৰু আইনৰ ঈৰ্ষাৰ পাত্ৰ হ'ব খোজা নাই। আটাইতকৈ মোৰ কাৰণে লোভনীয় বিষয় হ'ল ছুটী। ছুটীৰো যে কিমান বিভাগ তাৰ বিৱৰণ লিখা আছে Fundamental right ৰ এটা অধ্যায়ত। প্ৰথমে ধৰক কেজুৱেল লিভ বছৰ আৰম্ভতেই পোন্ধৰ দিন একেলগেই লওক বা এদিন দুদিনকৈয়েই লওক। ৩১ ডিচেম্বৰত পিছে শেষ হৈ যাব। প্ৰিভিলেজ লিভ বা যাক কোৱা হয় হকৰ ছুটী। বছৰ ঘূৰিলেই আপোনাৰ ছুটী এমাহ দুদিন বেঙ্ক একাউণ্টৰ দৰে জমা হৈ থাকে। তাৰ পিছত সুযোগ মতে লৈ লওঁক সেই ছুটী। স্বচ্ছন্দে ফুৰি আহক যলৈ মন যায়। সাগৰ পাৰ হৈ "হোম লৈ" যাবৰ হলেতো সোণত সুৱগা। তিন নম্বৰ মেডিকেল লিভ— বেমাৰৰ

ছুটী। আটাইতকৈ উৎকৃষ্ট ছুটীৰ নাম কতো লিখিত নাই যদিও সেইটো হ'ল french leave, যেতিয়া মন যায় অলপ ঘূৰি আহোঁ চাব বুলি ওলাই যাওঁক। এই ছুটীৰ কোনো হিচাপ নাই— এটা মাত্র চৰ্ত্ত বচক সন্তুষ্ট ৰাখিব লাগিব।

সেই দুৰ্লভ সৌভাগ্য মোৰ কপালত হোৱা নাই। মোৰ এটাই পথ দৰ্খাস্ত আৰু তাৰ ফলাফলৰ কাৰণে অপেক্ষা। বহুত কষ্টৰ মূৰত পোন্ধৰ দিনৰ কেজুৱেল লিভ পালো। এদিন বেলি কৰিলেই সৰ্ব্বনাশ হ'ব।

কাশ্মীৰ, ৰামেশ্বৰম নহয়— সেই বহু পুৰনি কলিকতাতে বহু পুৰনি বন্ধু সমাজত দুসপ্তাহ কটাই আহিলো। ঘূৰি আহি দেখো মোৰ দুৱাৰত বিৰাট তলা। তাৰ কাৰণ মই অহাৰ আগ ৰাতি মোৰ একমাত্র কম্বাইণ্ড হেণ্ড শ্ৰীমান ৰামবাহাদুৰ ওৰফে কেটাই মোৰ এটা শূণ্য ট্ৰাঙ্ক আৰু দুটা মান কাঁহি-বাতি লৈ অন্তৰ্দ্ধান হৈছে। যি চিপাহীৰ ওপৰত মোৰ ঘৰ চোৱাৰ ভাৰ আছিল সি বৰ দুখেৰে জনালে। মোৰ দুখ হ'ল। বস্তুৰ কাৰণে নহয় অদৰকাৰত অপহৰণ কৰাৰ কষ্ট পোৱাৰ কাৰণেহে।

চিপাহীয়ে সুধিলে "দোকানৰ পৰা চাহ আনি দিমনে?" "নেলাগে,"

Smile চাহাবৰ Self help নামৰ গ্ৰন্থ মই পঢ়িছিলো, আৰু নিজৰ ভাষাতো স্বাবলম্বন সম্বন্ধে বহুত ৰচনা মুখস্থ কৰিছিলো। ইমান দিনৰ পিছত সেই বিদ্যা কাৰ্য্যকৰী কৰাৰ সময় হ'ল। চিন্তাৰ কাৰণ নাই। আগতেই পাচ টকা খৰচ কৰি এখন ৰন্ধনশিক্ষা কিনি থৈছিলো।

প্ৰথমেই চাহ লাগিব আৰু স্তভ জ্বলাব লাগিব। স্পিৰিট দি পাম্পৰ সহায়ত স্তভ জ্বলাই কি কৰিব লাগিব জানিবলৈ ৰন্ধন প্ৰণালীৰে চাহ তৈয়াৰ কৰা অধ্যায়টো মেলি লওঁতেই দুৱাৰ মুখত কাঞ্চীৰ আবিৰ্ভাৱ।

মনে মনে ভাবিছিলো এক কৌতুক হাঁহিৰে তাই মোক অভিনন্দন জনাব। কিন্তু তাইৰ মুখৰ চেহেৰা দেখি শিঁএৰি উঠিলো। কি হৈছে তাইৰ? দুদিনৰ আগতে যি মুখ কলহাস্যৰে মুখৰিত দেখি গৈছিলো, সেই মুখ কাৰ অভিশাপত এনেকুৱা নিৰ্বাক হ'ল। সৰ্ব্বশৰীৰত বিষাদৰ ছায়া। এই কেইদিনতে যেন তাইৰ বয়স বহুত বাঢ়ি গৈছে সুধিলো— "কি হৈছে কাঞ্চী?"

তাই মোৰ ব্যাকুল প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। হাতত থোৱা বস্তুৰ কাঁহি এখন আছিল; সেইখন মেজৰ ওপৰত নমাই কলে, "বড়ী আম্মাই পঠিয়াই দিছে।" তাৰ পিছত স্তভ নুমুৱাই যাওঁতে কৈ গল, "চাহ আনিছো।" চাহ আনিলে ডাক্তৰৰ ছবছৰীয়া জীয়েক কমীয়ে। টিপটটো থৈ কলে, "চাহ আজি মই কৰিছো বাবুজী, চেনি, গাখীৰ আৰু"—

"কাঞ্চী নাহিল কমী?"

"তাইক বড়ী আম্মাই গা ধুবলৈ পঠিয়ালে।"

"ইমান সোনকালে কিয়?"

"অ' তুমি হবলা নেজানা? আজি কাঞ্চীৰ বিয়া নহয়।"

"কাঞ্চীৰ বিয়া?" মই যন্ত্ৰচালিত পুতলাৰ দৰে আবৃত্তি কৰিলো। কমীয়ে হাত-মুখ জোকাৰি কাঞ্চীয়ে আজি কি কি কৰিব, বিয়ালৈ কোন কোন আহিব, কিমান গহনা পালে, কোনে কি দিলে বৰ্ণনা কৰি গল। তাৰে কিছু মোৰ কাণত সোমাল, কিছু নোসোমাল। খিৰিকিয়েদি বাহিৰৰ বদত উজ্জ্বল প্ৰভাতলৈ চালো। তাত দেখিলো শেঁতা বৰণ। অনাগত জীৱনৰ দীৰ্ঘ পথলৈ চাই দেখিলো উকা আৰু কক্ষ, কতো অলপো শ্যামলিমা নাই।

কমীৰ দাবিত চিন্তাৰ পৰা মন ঘূৰি আহিল।

"তুমি দেখোন একো খোৱাই নাই। মই আৰু কিমান বেলি বহি থাকিম?"

মই কলো, "তই এতিয়া যা কমী, পিছত আহি কাঁহিখন নিবিহি।"

"বাঃ তুমি নেখালে মই যাওঁ কেনেকৈ?"

"কিয়?"

"কাঞ্চীয়ে যে বকিব।"

"নবকে তই যা।"

"তুমি বৰ জানা মোক বকিম বুলি কৈ পঠিয়াইছে।"

"কি কৈছিল?"

কলে, "কমী, মই খোৱা থৈ আহিছো। তই চাহ একাপ কৰি বাবুজীক দি আহিবিগৈ। তিনি চামোচ চেনি দিবি, বাবুজীয়ে চেনি বেচি খায়। দিয়েই লৰ নেমাৰিবি। আগত বহি খুৱাবি, যাতে একো বস্তু নেপেলায়, নহ'লে তোক খুব বকিম।"

এই কাঞ্চীয়েই আজি এটা নিশাৰ ব্যৱধানতে চিৰদিনৰ কাৰণে গুচি যাব। তাৰ পিছত আৰু তাইক দেখা নেপাওঁ।

এয়া সিদিনাৰ হে কথা। ইটো সিটো কথাৰ পিছত কাঞ্চীয়ে সুধিলে, "বাবুজী, আপোনাৰ বিবি কেতিয়া আহিব?"

হাঁহি মাৰি কলো, "কোনোবা যে আহিবই লাগিব তেনে কথাটো কাকো কোৱা নাই।"

"অ' আই? তুমি সদায় এনেকৈ থাকিবা? তোমাক চাব কোনে?"

"যাৰ গৰজ সিয়েই চাব।"

কাঞ্চীৰ হাঁহিৰে উজ্জ্বল মুখ বেদনাৰ ছায়াই ঢাকি ধৰিলে, কণ্ঠত অপূৰ্ব্ব সুৰেৰে ধীৰে ধীৰে কলে, "তাইতো সেই ভাগ্য কৰি অহা নাই। আজিয়েই হওঁক বা কালিলৈকে হওঁক এদিন যাবই লাগিব।"

সেই দিনটো যে ইমান সোনকালে আহিব ভবা নাছিলো। কমীৰ দ্বিতীয় বাৰৰ দাবিত খোৱাৰ কাঁহিত হাত লগালো। এই কেইটা সাধাৰণ বস্তু ইয়াকে উপলক্ষ্য কৰি

সেই পাহাৰী ছোৱালীজনীৰ পৰা কি পোৱা নাই। অকল আজিয়েই নহয়, কেটাতো প্ৰায়ে বিকল হৈ থাকে। কেটা বিকল হোৱাৰ খবৰ পোৱাৰ আগতে সি ঘৰৰ পৰা মোৰ আহাৰ আহি উপস্থিত হয়। মই সেই আহাৰত এখন শুভ্ৰ কল্যাণহস্তৰ স্পৰ্শ অনুভৱ কৰো। সেই স্পৰ্শ এই জীৱনত আৰু কোনো দিন নেপাম।

অলপ বেলিৰ পিছত বড়ীআম্মা নিমন্ত্ৰন কৰিবলৈ আহি কলে, "ছোৱালীজনীৰ মোৰ বাহিৰে আপোন বুলিবলৈ কোনো নাই। মাক বাপেক কেতিয়াবাই ঢুকাল। হঠাৎ ল'ৰাটো পালো বৰ বেয়া নহয়। একো বিশেষ দিব থবও নেলাগে। সেয়েহে সাত পাচ নেভাবি সম্মতি দিলো। তাই তোমাক বৰ ভাল পায়। তুমি বিয়ালৈ গৈ আশীৰ্ব্বাদ কৰিলে কাঞ্চী সুখী হ'ব। কষ্ট কৰি আহিবা দেই।"

"যাম বড়ী আম্মা, নিশ্চয় যাম।"

কিন্তু বড়ী আম্মা যোৱাৰ পিছতে মনৰ ভিতৰত তোলপাৰ লাগিল। শক্তি সঞ্চয় কৰিবলৈ চেষ্ট কৰি মই বিফল হলো। পলাব লাগিব। ছুটী শেষ হ'বলৈ এদিন বাকী। হঠাৎ মনত পৰিল সৰু কালৰ বন্ধু এজনে কাৰ্সিয়াঙত চাকৰি কৰে। তাৰ ঘৰলৈকে বুলি ওলাই গলো। ডাক্তৰ থাপাৰ নামত এখন চিঠি লিখিলো। "বড়ী আম্মাক সশ্ৰদ্ধ নমস্কাৰ জনাই কব হঠাৎ অতি প্ৰয়োজনীয় দৰকাৰত মই কাৰ্সিয়াঙলৈ যাব লগা হ'ল। কাঞ্চীৰ বিয়া চোৱা নহল। কাঞ্চীক মই সৰ্ব্বান্তঃকৰণে আশীৰ্ব্বাদ জনাইছো ইত্যাদি।"

পিচদিনা ওভটাৰ পৰ্ব্ব। তাত ভাল নেলাগিল। সোনকালেই ওলাই আহিলো। ষ্টেচন পাই দেখো ৰেল আহিবলৈ সময় আছে। অলপ বেলি প্লেটফৰ্মত খোজ কাঢ়ি ৰেটিং ৰুমত মানুহ দেখি চাহ একাপৰ অৰ্ডাৰ দি তাতে আৰামী চকীখনত বহিলো। যেতিয়াই তেতিয়াই মোৰ চাহত ৰুচি নাই; সেইদিনা কি হ'ল জানো ইকাপৰ পিছত সিকাপ চাহ খাই বাহিৰলৈ চাই চক্ খাই উঠিলো। সেই চমক্ বিস্ময়ত, আনন্দত নে, বেদনাত ধৰিব নোৱাৰিলো। দুৱাৰমুখত তলমূৰকৈ ঠিয় হৈ আছে কাঞ্চী, তাইৰ পিছতে দৰা। দুয়োকে অভ্যৰ্থনা জনাই মাতিলো, "আহাঁ।" ল'ৰাটোৱে মিলিটাৰী কায়দাত চেলাম কৰি অনুমতি লৈ বাহিৰলৈ ওলাই গল। কাঞ্চী লাহে লাহে আহি মোৰ ওচৰত ঠিয় হলহি।

অলপ বেলি দুয়ো মনে মনেই থাকিলো। মই তাইৰ সোহাঁত খন মোৰ দুই হাতৰ মাজত লৈ কলো, "তোমাৰ বিয়াত থাকিব নোৱাৰিলো। তুমিতো সকলো জানা। পাৰিলে মোক ক্ষমা কৰিবা।" বিজুলি সঞ্চাৰত দুই হাতেৰে মোৰ হাত দুখন ধৰি কলে, "সেয়া কি কথা বাবুজী? তুমি মোৰ ওচৰত ক্ষমা বিচাৰিছা? মোৰ যে তোমাৰ ওচৰত অপৰাধৰ অন্ত নাই।"

তেওঁৰ অপৰাধ কত নেজানো। প্ৰতিবাদ নকৰিলো।

অলপ বেলিৰ পিছত সুধিলো "আজিয়েই যাবা?"

"অ।"

অলপ বৈ কলে, "তোমাৰ দেখোন ছুটী অলপ দিন পাবলগীয়া আছে আৰু কিছুদিন ঘৰত থাকি আহাঁগৈ।"

"কিয়?"

"কিয়" হতাশ ভাৱে উত্তৰ দিলে কাঞ্চীয়ে।" সেই কথাও কৈ দিব লাগিবনে? তাত তোমাৰ কোন আছে? কোনে চাব? পিয়াহ লাগিলে পানী এগিলাচ লৈ খাব নজনা মানুহৰ কি গতি হ'ব? কিমান দিন ছাগৈ নোখোৱাকৈ শুই থাকিবা। ছুটী তুমি লবই লাগিব নহ'লে মোৰ খুব খং উঠিব।"

হাঁহি কলো, "বাৰু ললো যেনিবা ছুটী। কিন্তু ছুটীৰতো শেষ আছে তাৰ পিছত?"

"তাৰ পিছত বিয়া বাৰু কৰাই পত্নীক লৈ আহিবা।" তাইৰ উদ্বেগ আকুল চকুলৈ চাই সুধিলো "তেতিয়া তুমি সুখী হ'বা?"

"নহমনে?" তুমি ভালে আছা, সুখত আছা, তোমাৰ কোনো কষ্ট নাই দূৰৰ পৰা এয়া শুনাই যে মোৰ পৰম সুখ। আৰু বোধহয় কিবা কব খুজিছিল পিছে মাত ঠোকাঠুকি হ'ল। গোলাপী গালৰ ওপৰেদি দুধাৰ অবাধ্য অশ্রু বাগৰি গ'ল।

যোৱাৰ সময় হ'ল। ওৰনিৰে চকু মুচি মাটিত আঠু কাঢ়ি ভৰিৰ ওপৰত মুৰ থৈ মোক সেৱা কৰিলে। চাপৰি সোঁহাতখন পিঠিৰ ওপৰত থৈ মনে মনে বোধহয় আশীৰ্বাদকে দিলো। তাইৰ সৰ্ব্বশৰীৰ থক্ থক্কৈ কঁপি উঠিল। লগে লগে দুই চকু অশ্রুৰ বন্যাৰে পাৰ ভাঙি গল। সেই অশ্রু ধাৰাৰ গোপন স্পর্শ অক্ষয় হৈ ৰল মোৰ মনত আৰু মোৰ এই সামান্য ভৰি দুটা হৈ ৰল তাৰ সাক্ষী।

কাঞ্চীক ইমান দিন হহাঁকে দেখিছিলো। উচ্ছসিত ৰূপালী ধাৰাৰ নিচিনা তুলনাবিহীন হাঁহি। আজি বিদায়ৰ দিনা দেখিলো বুকুভঙা কান্দোন। সিও তুলনাহীন।

১৭৫৭ চনৰ পৰা ১৯৩০। সম্পূৰ্ণ দুই দশকো নহয়। ইতিহাসৰ অনন্ত প্ৰবাহত এটা সৰু বুৰ-বুৰনি মাত্ৰ। কিন্তু কি ভীষণ তাৰ আলোড়ন। এই পুৰনি জাতিৰ জীৱন ধাৰাত কি সুদুৰ প্ৰসাৰী সলনি ৰচনা হৈ গল সেই সময়ত।

এই হতভাগ্য দেশৰ ওপৰত বিদেশী বিজেতাৰ এয়াই প্ৰথম পদক্ষেপ নহয়। সাতশ বছৰৰ আগতে মোগল, পাঠান, তুৰ্কী, কিমান চুলতান মামুদ, চেঙ্গিচ খাঁ, আলাউদ্দিন খিলিজি, ঔৰঙজেবৰ পদদলিত হৈছিল। তেজৰ সোতত মাটি, নৈ, পাহাৰ ৰক্তাক্ত হৈ পৰিছিল। দেৱতাৰ মন্দিৰ কলুষিত হৈছিল, নাৰী লাঞ্ছিত হৈছিল কিন্তু তথাপি ভাৰতৰ অন্তৰ আত্মা জয় কৰিব পৰা নাছিল। সেই সাতশ বছৰৰ ইতিহাস যেনিবা এটা কুলক্ষণীয়া সপোন, স্বচ্ছ জলধাৰাৰ ওপৰত কলা মেঘৰ ছাঁ।

কিন্তু ইংৰাজে ৰাজ্য জয় আৰু ধন লুণ্ঠন কৰিয়েই ক্ষান্ত নেথাকিল। তাহাঁতে ভাৰতীয়ৰ মনুষ্যত্ব কাঢ়ি নিবলৈ বিচাৰিলে। সেই মনুষ্যত্ব বিক্ৰীৰ বিষ ক্ৰিয়া এই দেশৰ অস্থি মজ্জাত ধীৰে ধীৰে প্ৰৱেশ কৰিবলৈ ললে। মন্ত্ৰৰ বলত মুগ্ধ হোৱা মানুহৰ দৰে

ভাৰতীয়ই সমস্ত ধ্যান, ধাৰণা, প্ৰতিভা, কৰ্ম, বিদেশী সাম্ৰাজ্যৰ তোৰণত নিয়োগ কৰিলে।

এইদৰেই বছৰৰ পিছত বছৰ পাৰ হ'ল। তাৰ পিছত এদিন এমুঠি মানুহ এই মোহনিদ্ৰা জোকাৰি জাগ্ৰত হ'ল। তেওঁলোকে গম পালে বগা অক্টোপাশে চেপেনাৰে চেপা দি গোটেই জাতিৰ কণ্ঠ চেপি ধৰিছে। মুক্তিৰ আশাত প্ৰথমে আবেদন নিবেদন কৰা হ'ল। তাৰ পিছত তৰ্জন-গৰ্জন। কিন্তু চেপেনাৰ বান্ধোন ঢিলা নহ'ল।

কষ্টৰ প্ৰকোপত দুই চাৰিজনে চট্ফটাবলৈ ধৰিলে। তাৰ পিছত আহিল ১৮৫৭ আৰু ১৯০৫ চন। সাম্ৰাজ্যৰ ষ্টীম ৰোলাৰে চট্ফটোৱা সকলোকে মহতীয়াই নিলে। ভাৰতৰ পশ্চিম দিশৰ ক্ষীণ দেহৰ সামান্য পৰিধানৰে, মুখত ৰহস্যময় হাঁহিৰে এজন অৰ্ধনগ্ন ফকিৰৰ আবিৰ্ভাৱ হ'ল। ব্ৰিটিচক জনালে, "আমি নিৰস্ত্ৰ যদিও তোমালোকৰ আঘাটলৈ ভয় নকৰো। তোমালোকৰ বিজয় ৰথৰ চকাত আমিয়েই ইমানদিন তেল দি আহিছোঁ। আজিৰ পৰা আৰু নৈব নৈব চ। তোমালোকৰ লগত আমাৰ বিৰোধ নাই। আছে মাত্ৰ অসহযোগ।"

বৈৰাগীজনৰ ক্ষীণ কণ্ঠত ইমান শক্তি আছিল বুলি কোনেও নেজানিছিল। দেৰশ বছৰৰ নিৰঙ্কুশ ৰাজত্বত ফাঁট মেলিলে। অৱশ্যে সেয়া অলপ সময়ৰ বাবেহে— তাৰ পিছত পুণৰ অৱসাদ। ৰাজশক্তিৰ জয়ৰথ পুণৰ মহা বিক্ৰমৰে চলিবলৈ ধৰিলে।

দহ বছৰৰ মুৰত আকৌ সেই শীৰ্ণ ফকিৰে দেখা দিলে। দেহ অতি ক্ষীণ কিন্তু কপালত বজ্ৰৰ দৰে দৃঢ়তা। তেওঁ উদাত্ত কণ্ঠেৰে ধ্বনি দিলে, "তোমালোকে যি যন্ত্ৰৰে আমাৰ সমস্ত বিভূতি পৰ্ব্বত প্ৰমাণ কৰি তুলিছা— তাৰ বাধা নিষেধ আমি নেমানো। "হেজাৰ হেজাৰ নিপীড়িত লোক জীৱনৰ নানা ক্ষেত্ৰ নানা স্তৰৰ পৰা ওলাই আহিল। সমস্বৰে ক'লে "আমি নেমানো।"

বৃটিচ সিংহৰ দম্ভদীপ্ত কপালত চিন্তাৰ ৰেখা জিলিকিল। এয়া কেনেকৈ সম্ভৱ হ'ল? বিবোৰ সদায় Most obedient Servant তাহাঁত কেনেকৈ disobedient হ'ল। সাম্ৰাজ্য শক্তিয়ে প্ৰত্যাহ্বান জনালে। আমি ইংৰাজ— আমাৰ ৰাজ্যত সূৰ্য্য অস্ত নেযায়। চলাই দিয়া ছাল চিগা ভিকহু ভাৰতীয়ৰ ওপৰত নিষ্পেষণৰ ষ্টীম ৰোলাৰ। বহুতক পিহি পেলালে— বাচি থকাখিনিক লোহাৰ গৰালত ভৰালে।

তাৰে এটা সৰু সজা এই দুৰ্ভেদ্য পৰ্ব্বতৰে ভৰা হিমালয়ৰ অৰণ্যত আমি ইংৰাজৰ ভৃত্যই ৰখি আছো। বাহিৰৰ কোলাহল শিলৰ বৰ্ম ভেদ কৰি ইয়াত সোমাবাহি নাই। ইংৰাজৰ স্নেহধন্য এই পাহাৰীহঁত চাহ, চিগাৰেট আৰু মদৰ নিচাত কৰ নোৱাৰা হৈ আছে। দুই চাৰিজন কৰ পৰাইও চাকৰিৰ খিতাবৰ মৰ্কিয়া খাই অচেতন হৈ পৰি আছে।

আমি নিৰুপদ্ৰৱে আছো। আমাৰ সজাত বন্দীসকলো নিৰুপদ্ৰৱ। ভগৱানক সদায় খাটো আমাৰ এই শান্তি যেন অব্যাহত থাকে। চোৰ, ডকাইত, পকেটমাৰক লৈ

চলি যাওঁক আমাৰ দিনবোৰ। আমাৰ এই প্ৰাৰ্থনাত জেইলাৰ মোবাৰক আলিৰ যোগ নাই; দুটামান স্বদেশীক যেনে তেনে প্ৰকাৰে সৈমান কৰাব নোৱাৰিলে বৃথাই যাব তেওঁৰ জেলৰ জন্ম।

শেষত মোবাৰক আলিৰ মনোবাঞ্ছা পূৰ্ণ হ'ল। কলিকতাৰ কোনোবা জেলৰ পৰা কেইজনমান নামস্থলা স্বদেশী আৰু স্বদেশীনিক তাৰ বতাহে উত্তপ্ত কৰা বাবে এই শীতৰ দেশলৈ পঠিয়াবলৈ বাধ্য হ'ল।

স্বদেশীনিৰ ভিতৰত এগৰাকী নামস্থলা শ্ৰীতপতী দাস। আমদানীৰ বহীত নাম লিখা হয়— জেলৰে দাস কাটি দাসী লিখিছিল। জেললৈ নতুনকৈ অহাসকলে হস্পিটালৰ দৰে এখন টিকট পায়, তাত নাম ধাম বিৱৰণ লিখা থাকে। শ্ৰীমতী দাসৰ হাতত দাসী মাৰ্কা টিকট পৰিল, লগে লগে মহিলা ফাটেকত আগ্নেয়গিৰিৰ আবিৰ্ভাৱ। পিচদিনা সুপাৰৰ পৰিদৰ্শনৰ সময়ত আগ্নেয়গিৰিৰ উদ্গীৰণ হ'ল; যি বস্তু উদ্গীৰণ হ'ল —তাত যিমানে জুই সিমানে চোকা। আমি নিঃশব্দে মুৰ পাতি ললো। এটা সময়ত মিষ্টাৰ ৰায়ে মোবাৰক আলিলৈ চাই সুধিলে "কথাটো কি?"

"কথা একো নাই চাৰ। এখন ৰাৰেণ্টত গ্ৰামাৰৰ ভুল আছিল শুদ্ধ কৰি দিছো।"

"গ্ৰামাৰৰ কেনেকুৱা ভুল?"

"জেলাৰ চাহাবে মোলৈ কেৰাহীকৈ চাই ক'লে, "বি.এ. এম.এ পাচ নকৰিলেও সকতে স্কুলত গ্ৰামাৰ ভালকৈয়ে পঢ়িছিলো। যিমান দুৰ জানো দাস শব্দটো পুংলিঙ্গ; স্ত্ৰীলিঙ্গত দাসী। স্বদেশী কৰিবলৈ গলে যে লিঙ্গ নাইকীয়া হয়— নেজানো।"

সুপাৰ চাহাবে মুখ ঘুৰালে। বয়সীয়া বন্দিনীসকল ভিতৰলৈ গ'ল। শ্ৰীমতী দাসে হাঙ্গাৰ ষ্ট্ৰাইকৰ নটিচ দিলে।

শেষত চৰকাৰৰ হাৰ হ'ল। ইমান ডাঙৰ ব্যাকৰণ পণ্ডিত— জেইলাৰৰ মৰ্য্যাদা ৰক্ষা নপৰিল। শ্ৰীমতীৰ পুণৰ দাসীৰ পৰা দাসলৈ ৰূপান্তৰ ঘটিল।

ৰেলযাত্ৰীৰ দৰে জেল যাত্ৰীবো তিনিটা শ্ৰেণী— প্ৰথম, দ্বিতীয় আৰু তৃতীয়। ৰেলৰ কোঠালী যাত্ৰীয়ে বিচাৰি লয়— জেলৰ কোঠালী বিচাৰক দাতাই বিচাৰি দিয়ে। স্বদেশী মহিলাৰ সামাজিক, ৰাজনৈতিক বোধহয় বেচিৰ ভাগ ৰোমাণ্টিক (দণ্ডদাতাসকল পুৰুষ জাতীয় হাকিম) কাৰণত প্ৰথম শ্ৰেণীৰ টিকট। এওঁলোকে পৰিশ্ৰমো কৰিব নেলাগে। সেয়েহে তাত ভোগ্য, ভোজ্য বস্তুৰ উদাৰ সমাবেশ। তাক উপভোগ কৰা হয়— মানুহৰ হাতেৰে, জেলত মানুহৰো অভাৱ নাই। এমুঠি প্ৰথম শ্ৰেণীৰ বাবে পৰিশ্ৰম কৰিব তৃতীয় শ্ৰেণীয়ে। এয়েতো চলি আহিছে— সমাজত, ৰাষ্ট্ৰত, জেলতন্ত্ৰনো তাৰ ব্যতিক্ৰম কেনেকৈ হ'ব? সেয়ে প্ৰথম শ্ৰেণীক পৰিচৰ্য্যা কৰি তৃতীয় শ্ৰেণী সন্তুষ্ট হয়। কিতাপত এওঁলোকক কোৱা হয় এটেনডেণ্ট, জেলৰ ভাষাত "কালতু।"

এঞ্জনী কমবয়সীয়া পাহাৰী ছোৱালী স্বদেশিনীসকলৰ ফালতু। হঠাৎ এদিন শ্ৰীমতী বানাৰ্জী আৰু শ্ৰীমতী লাহাই জিদ ধৰিলে— এই ফালতুক লৈ নচলিব।

"কিয় ?"

"কাৰণ কোৱাটো আমি প্ৰয়োজন বুলি নেভাবো। মই বিনয়ৰে কলো "সেইটো নিশ্চয় সঁচা। আপোনালোকে কৈছে যেতিয়া সেয়ে যথেষ্ট। তাই ভালকৈ কাম কাজ নকৰে নে কি ?"

মিচ্ লাহাই দৃপ্ত ভঙ্গীত ক'লে, "আমি যি কৈছো তাৰ বেচি আৰু কব নোখোজো।"

ইয়াৰ ওপৰত কথা নাই। পৰিচাৰিকাৰ পৰিবৰ্ত্তন হ'ল।

পিচদিনা স্বদেশীসকলৰ চিঠিবোৰ ডাকত দিয়াৰ আগতে পঢ়ি চাইছিলোঁ — যাক জেলৰ ভাষাত কয় সেন্সৰ। প্ৰথমে চাকৰিত সোমাওতেই লোকৰ চিঠি পঢ়িবলৈ সংকোচবোধ কৰিছিলোঁ। স্বদেশী মহিলাসকল অহাৰ পিচৰে পৰা যেতিয়া শকত খামৰ চিঠি আহিবলৈ ল'লে —গম পালো মোৰ যিমানেই সংকোচ নেথাকক —সি পক্ষৰ তেনে কোনো সংকোচ নাই। লোকৰ চিঠি পঢ়া অপৰাধী ভাবটো যাবলৈ বেচি দিন নেলাগিল।

মিচেচ বানাৰ্জীয়ে কোনো বান্ধৱীলৈ লিখা শকত চিঠি খুলিলো। প্ৰথমেই সেই পাহাৰী ছোৱালীজনীৰ উল্লেখ দেখি কৌতুহল হ'ল। মিচেচ বানাৰ্জীয়ে লিখিছে— "কালি আমি এটা ডাঙৰ কাম কৰিলো। এজনী শান্ত বিশ্বাসী নেপালী ছোৱালীয়ে আমাৰ কাম কাজবোৰ কৰি দিছিল। হঠাৎ আমি গম পালো কিবা কাৰণত তাই তাইৰ স্বামীক বিহ খুৱাই মাৰিছিল। এনে নাৰীৰ ঘৃণ্য সান্নিধ্য আমাৰ দৰে মানুহৰ একান্ত বৰ্জনীয়। সেয়েহে তাইক খেদিব লাগিব বুলি আমি জেল কৰ্ত্তপক্ষৰ ওচৰত জিদ ধৰিলো। কৰ্ত্তৃপক্ষ ৰাজী নহলেও বাধ্য হ'ল। ছোৱালী জনী গুচি যাওঁতে তাইৰ চকু জোৰ চলচলীয়া। কিন্তু সেইবোৰ তুচ্ছ সেণ্টিমেণ্টক প্ৰশ্ৰয় দিলে আমাৰ মৰ্য্যাদা নেথাকিব। এতিয়াৰ জনী কাপোৰ চুৰ কৰি জেল খাটিছে— সেয়ে আমি নিৰাপদ।

গোটেই নিশা বিহ খুৱাই স্বামীক হত্যাকৰা ছোৱালীজনীৰ কথা ভাবিছো। আমি কি কৰিছোঁ ? প্ৰতিদিন আমাৰ পৰা নিৰ্গত হোৱা বিহে স্বামী আৰু পৰিয়ালক মৃত প্ৰায় নকৰেনে ? এদিন মাৰি পেলোৱাই মৰা আৰু তিলে তিলে মৃত্যুৰ মুখলৈ ঠেলি দিয়াটো মৰা নহয়নে ? আমাৰ দৰে ঘৰ এৰি ওলাই অহা আধুনিকাৰ দলে ঘৰ থাকিও ঘৰৰ বান্ধোন স্বীকাৰ কৰা নাই। স্বাতন্ত্ৰ্য, স্বাধীনতা, মৰ্য্যাদা আৰু নাৰী প্ৰগতিৰ ফণা তুলি আমাৰ ঘৰ সংসাৰ, স্বামী, পুত্ৰ-কন্যা শাহু, ননদ দেওৰ বৰজনা সকলোৰে দেহত বিষ ঢালিছো। সেয়েহে সংসাৰ আমাৰ ওচৰতো বিষময়। ঘৰে আমাক ধৰি ৰাখিব নোৱাৰিলে।

মোৰ মালৈ মনত পৰে— দেউতা সামান্য কেৰাণী, মানুহ হিচাবেও নগণ্য। অফিচৰ পৰা অহাৰ আগতেই মায়ে আমাক গণ্ডগোল, চিঞৰ বাখৰ নকৰিবলৈ

সাবধান কৰি দিয়ে। অফিচৰ পৰা অহাৰ লগে লগে মাই দেউতাৰ পৰা চাদৰখন কোটটো লৈ যায়। ঘৰত পিন্ধা কাপোৰ জোৰ আনি দিয়ে। তাৰ পিছত ঠাই মুচি পৰিস্কাৰ কাঁহিত দুখন ৰুটী আৰু অকমান তৰকাৰী আগবঢ়াই দিয়ে। আমাৰ সেই সময়ত ওচৰলৈ অহাৰ হুকুম নাছিল। দেউতাই কাঁহিত কিবা এৰিলেই মাই কব" সেই কণৰ পৰা আকৌ এৰিছে? ইমান খাটনিৰ পিছত সেই কন নেখালে কেনেকৈ হ'ব?"

ডাঙৰ হৈ নাৰী প্ৰগতিৰ কথা গম পালো। মাৰ সেই দাসীবৃত্তিৰ বাবে মনে মনে লাজেই পাইছিলোঁ। কিন্তু মা যে দাসী নাছিল মোতকৈ কোনে বেচি জানে? মৰ্য্যাদা বা অধিকাৰ লৈ দেউতাৰ লগত কেতিয়াও দন্ নকৰিছিল। কিন্তু সেই সৰু সংসাৰখনৰ মায়ে আছিল সৰ্ব্বময়ী কৰ্ত্ৰী।

অভাৱৰ সংসাৰ, দেউতাৰ খঙতো বেচি। মাজে মাজে বৰ টান কথা শুনায়। মায়ে কিন্তু কেতিয়াও উত্তৰ নিদিয়ে। ক'লে কয়, "মতা মানুহে কিমান সহিব লাগে, আমি এয়াকে সহিব নোৱাৰিলে কেনেকৈ হব? খং উঠিলে মোক কথা নুশুনাই গাৱৰ মানুহক শুনাবনে?"

সেই মাৰ ছোৱালী মই, আমাৰ স্বামী যেতিয়া ক্লান্ত হৈ অফিচৰ পৰা ওভটে আমি তেতিয়া থাকো বান্ধৱীৰ লগত ড্ৰইংৰুমত। কেতিয়াও সমুখত ঠিয় নহওঁ কিজানি আমাক সৰু বুলি ভাবে। কিন্তু আধুনিকাৰ স্বামী হলেও পুৰুষ পুৰুষেই। স্ত্ৰীৰ পৰা তেওঁ সেৱা, আনুগত্য আৰু যত্ন কামনা কৰে, বঞ্চিত হ'লে অন্তৰ বিষময় হয়। সভ্যতাৰ মাৰ্জ্জিত আবৰণ ভেদ কৰি তেওঁৰ খঙৰ প্ৰকাশ হয়। আমি নসহো, নেমানো। মৰ্য্যাদাৰ দাবীত সংগ্ৰাম কৰো, তাৰ পিছত আৰম্ভ হয় ঘাট-প্ৰতিঘাট, বক্ৰোক্তি, ব্যাঙ্গোক্তি। সভ্য নাৰীৰ জিভাই যি চুৰি চলাই সি কচাইৰ চুৰীতকৈও তীক্ষ্ণ।

আৰু এক ধৰণৰ দম্পতি আছে। তেওঁলোকে চুৰি নচলায়। চুৰি নচলাই বুলিয়েই যে তেওঁলোকৰ মাজত প্ৰেম আছে এনে নহয়। স্বামীয়ে কৰে অভিনয়। মুখত হাঁহি লৈ ক্ৰোধৰ অগনি আঁৰ কৰি থয়। যি অৱহেলা অনাদৰ কৰা স্ত্ৰীক দেখিলে মুৰ গৰম হয় সেই স্ত্ৰীৰ কান্ধত হাত দি আদৰ কৰে। নতুন গহনা উপহাৰ দিয়ে। স্ত্ৰীৰ সৌন্দৰ্য্য বা প্ৰসাধনৰ বাহ্যিক স্তুতিবাদ কৰে— আমাৰ ভেনিটিয়ে তাত তৃপ্তি লাভ নকৰিলেও অন্তৰ হৈ থাকে উপবাসী।

তোমালোকৰ চকুত মই দেশনেত্ৰী। মোৰ বক্তৃতাই ফুলজাৰি মাৰে। হাত চাপৰিৰ ৰোল উঠে, কিন্তু সভাৰ শেহত মোৰ ভক্তহতে কিহৰ বিষয়ে আলোচনা কৰে জানা— মোৰ ৰূপ, মোৰ ঠিয় হোৱাৰ বা কথা কোৱাৰ ভঙ্গিৰ। আমাৰ পৰিবাৰিক কথা যাৰ জনা আছে তেওঁলোকে কি ভাষা প্ৰয়োগ কৰে তোমালৈ নিলিখো— তুমি মোৰ বাল্য বন্ধু হলেও সুগৃহিনী। যিহৰ লোভত ঘৰ এৰি দেশৰ কামত জপিয়াই পৰিছিলোঁ তাত মোৰ মৰ্য্যাদা ইমানেই।

আজি এই নিৰ্জ্জন কাৰাবাসত, হিমালয়ৰ পাদদেশত বহি তোমাৰ সেই দিনাৰ কথাকে স্বীকাৰ কৰিছোঁ। তুমি কৈছিলা নহয়— "নাৰীৰ গৌৰব প্ৰেমত", মই সেই

অমৃতলোকৰ পৰা নিজ ইচ্ছাৰে নিৰ্ব্বাসন লৈছোঁ। যি ডালত বাঁহ বান্ধিছিলো সেই ডাল নিজে ভাঙি থৈ আহিছোঁ।

এনে বহুত আবেগ অনুভূতিৰে ভৰা লিখনিৰ পিছত শেষত লিখিছে— স্বামীয়েই ধ্যান ধাৰণা বুলি তোমাক কিমান অৱজ্ঞা, কিমান ঠাট্টা কৰিছিলোঁ। তোমাৰ এজনী মাত্র ছোৱালী। তাই যেন তোমাৰ দৰে হয়— মিনতি। এই দেশপূজ্য মাকৰ বন্ধুৰ দৰে তাইক কামৰ নিচাই নেপাওঁক। ডাঙৰ হলে চাই চিতি ভাল ঘৰত তাইক বিয়া দিবা। নিজৰ ঘৰলৈ গৈ যেন স্বামীৰ কাৰণে নিজক বিলায় দিব পাৰে।

এগৰাকী অতি আধুনিকা, খ্যাতিসম্পন্ন মহিলাৰ মুখত এনে কথা তোমাৰ কাণত অদ্ভুত শুনাব। কিন্তু আকৌ কওঁ নাৰী জীৱনৰ সুখৰ এয়েহে পথ। এই পথৰ পৰা বিচ্যুতি ঘটিলে অইন পালেও সুখ নোপোৱা।"

চিঠিখন পঢ়ি শেষ কৰি ভাবিলো সপোন দেখিছিলো নে কি? এয়া সেই নীহাৰিকা বানাৰ্জীয়েই নে যাৰ জ্বালাময়ী বক্তৃতাত আকৃষ্ট হৈ কত নাৰীয়ে ঘৰ সংসাৰ ত্যাগ কৰি সংগ্ৰামত জপিয়াই পৰিছিল।

তাৰ পিছত বাইচ বছৰ পাৰ হৈ গল, নাৰী প্ৰগতিৰ পোহৰে প্ৰত্যেক ঘৰ আলোকিত কৰিছে। নাৰীকণ্ঠৰ আহ্বানত আকাশ পাতাল মুখৰিত। কিন্তু তেওঁলোকে যি বিচাৰিছে পাইছেনে? নতুবা নীহাৰিকা বানাৰ্জীৰ দৰে সক কালৰ বান্ধৱীলৈ নিশাৰ পিছত নিশা বুভূক্ষ অন্তৰৰ ক্ষোভৰ লিখাৰে পাত ভৰাই পেলাইছে।

দাৰ্জিলিঙৰ বসন্তৰ ভূমিকা লয় শীতে। গোটেই বছৰ শীতৰ অখণ্ড প্ৰতাপ। মাজতে কিছুদিন বৰ্ষাৰ আগমণ হয় যদিও ঋতুচক্ৰৰ বাকী ঋতুৱে ভুমুকিয়াবলৈ সুবিধা নেপায়। উলৰ টুপি, গৰম চোলাৰ বৰ্ম ভেদ কৰি অইন ঋতুৱে প্ৰৱেশ কৰিব নোৱাৰে। মাল, বাৰ্চহিল বা বোটানিকেল গাৰ্ডেনৰ বেঞ্চ হাঁহি গল্প বেশ ভুষাৰ জিলিকনি, দোকানীৰ পণ্য সামগ্ৰীৰ বৃদ্ধি, হোটেলে হোটেলে প্ৰাণ চাঞ্চল্য দেখিলে অইন ঋতুৱে প্ৰবেশ কৰিছে বুলি গম পাওঁ। দাৰ্জিলিং বোলে বঙ্গদেশৰ স্বাস্থ্য নিবাস। ইয়াত পিছে স্বাস্থ্যহীনে ভিৰ নকৰে, ভিৰ কৰে স্বাস্থ্যবানেহে।

কুম্ভকৰ্ণৰ নিদ্ৰা ভঙ্গৰ দৰে দাৰ্জিলিঙেও দুবাৰ সাৰ পায়। ঘৰত, বাহিৰত খোৱা বোৱাৰ পাৰ্টিৰ উজান উঠে। তাৰ পিছত কুম্ভকৰ্ণ আকৌ টোপনি যায়। এই ক্ষণিক আনন্দই আমাৰ মনটো ৰঙৰ বোল সানে। দুদিনলৈ হলেও জীৱনৰ ৰং, ৰূপ, ৰস অনুভৱ কৰো।

আবেলিৰ অফিচ। কোনোমতে সামৰি ঘৰলৈ উভটিছিলোঁ, "চিজন" আৰম্ভ হৈছে। আলিয়ে পদুলিয়ে চকু জুৰ পৰা দৃশ্য। ঘৰ পাই চাহ একাপ খাই ওলাই আহিব লাগিব।

সুপাৰৰ ঘৰৰ কাষেদিয়েই আলিবাট। গেটত ধৰি ঠিয় হৈ আছে মিচেচ ৰায়। মুখ চিন্তাক্লিষ্ট, চকুৰ দৃষ্টি উদাস। মোক দেখি অলপ হাঁহাৰ নিচিনা কৰি ক'লে, "অ' চৌধুৰী দেখোন, তোমাক বহুত দিন দেখা নাই। ভাল নহয়?"

"ভালেই, আপোনাক হে শুকান শুকান দেখিছো,

গা ভাল নহয় নে কি?"

"মই ভালেই আছো— আহাঁ, মিষ্টাৰ ৰায়ো আছে, তাৰোপৰি আমাৰ কেইজনমান আলহীও আছে।"

মিষ্টাৰ ৰায়ৰ সঙ্গ বা অতিথিৰ সাহায্য মোৰ উদ্দেশ্য নাছিল, পিছে মিচেচ ৰায়ে মাতিছে যেতিয়া যাবই লাগিব, ড্ৰইংৰুম পালোগৈ। মিষ্টাৰ ৰায়ে অভ্যৰ্থনা জনাই অতিথিসকলৰ লগত চিনাকী কৰি দিলে। এজন চাহাবী পোচাক পৰিহিত ভদ্ৰলোক আৰু দুগৰাকী সুসজ্জিতা মহিলা, মিষ্টাৰ ৰায়ৰ ভায়েক নিকোলাচ, ভাই বোৱাৰীয়েক অচলা আৰু ভনীয়েক মাৰ্গাৰেট। ঘৰৰ চুকত ঠিয় হৈ আছিল আমাৰ ৰুটীৱালা বৃদ্ধ গুঞ্জা হুচেন। তাৰ লগতে কথা পাতিছিল, মেজৰ ওপৰত এটা ৰুটীও দেখিলোঁ।

"আপুনি কৰ পৰা ৰুটী কিনে মিঃ চৌধুৰী?" মিঃ ৰায়ে সুধিলে। মই কবলৈ নৌ পাওতেই গুঞ্জা হুচেনে ক'লে, "মোৰ দোকানৰ পৰাই লয়। আঠটাকৈয়েই লয় সোধক লাগিলে।"

"কিন্তু তুমি মোক কিছু সুবিধা দিয়া উচিত, মই ইয়াৰ চিনিয়ৰ হাকিম, তাৰ মানে ডি,চি নেথাকিলে ময়ে ডি,চি। তাৰোপৰি মই জেলৰ বৰ চাহাব, চিভিলৰ্কোটৰ চাব জজ আৰু ডিষ্ট্ৰিক ৰেজিষ্টাৰ। বিপদে-আপদে, মকৰ্দ্দমাই মোৰ বিনে তোমাৰ গতি নাই।"

গুঞ্জা হুচেনে হাত জোৰকৈ ক'লে, "বাৰু হুজুৰ, আপুনি নটাকৈয়ে লব।" বুলি কৈ গুচি গৈছিল। মিঃ ৰামে ক'লে,

"ৰবা, আৰু এটা কথা, টকাত নটা ৰুটী হলে এটাৰ দাম কিমান হব?"

ৰুটীৱালাই কথাটো বুজি নেপাই ক'লে, "আপুনি জানো খুচুৰাকৈ কিনিব?"

"তথাপি?"

গুঞ্জা হুচেনে মনে মনে হিচাব কৰি ক'লে, "সাত পইচাকৈ পৰিব।" মিষ্টাৰ ৰায়ে ক'লে," এটা ৰুটীৰ দাম সাত পইচা হলে নটাৰ দাম হল তেষষ্ঠি পইচা'। তুমি লৈছা এটকা অৰ্থাৎ চৌষষ্ঠি পইচা' তাৰ মানে প্ৰতি টকাত তুমি এক পইচাকৈ বেচি লৈছা হয়নে নহয়?"

মাৰ্গাৰেটে হমুনিয়াহ কাঢ়ি ক'লে, "তোমাৰ হিচাবৰ কোবত মোৰ মুৰ ঘূৰাই গৈছে। বুজিছা হেৰল্ড, তুমি মেজিষ্ট্ৰেত নহৈ দোকানী হব লাগিছিল।"

ভনীয়েকৰ কথালৈ কাণ নিদি ৰায়ে ৰুটীৱালাক পুনৰাই দোহাৰিলে, "তুমি টকাত এপইচা বেচি লৈছা।"

ৰুটীৱালাৰ মুখ দেখি তাৰ খং উঠা যেন লাগিল। ক'লে, "ঠিক আছে, আপোনাৰ প্ৰতি টকাত এপইচাকৈ ঘূৰাই দিম।"

ৰায়ে হাঁহি হাঁহি ক'লে, "ঘূৰাই দিব নেলাগে, সেয়া মোৰ নামত জমা থাকিব। সাত টকাৰ কটী কিনা হলে এটা মই ফ্ৰী পাম। এইবাৰ বুজিলানে?"

গুপ্তা হুচেনে কি বুজিলে কব নোৱাৰো, কিন্তু লগে লগে এনেকৈ ওলাই গ'ল যেন বাঘৰ মুখৰ পৰাহে সাৰি আহিছে।

সি যোৱাৰ পিছত মিষ্টাৰ ৰায়ে ক'লে, যাঃ কটীটো দেখোন নিনিলে। চাপৰাচী পঠিয়াই আকৌ কটীয়ালাক মতাই অনালে।

ক'লে, "তোমাৰ কটী দেখোন এৰি গলা?" "সেইটো হুজুৰক চেম্পল হিচাবে দিয়া হৈছে।" "বাৰু তাৰ দামো সেই হিচাবৰ মাজত ৰ'ল— মানে সেই সাত পইচাৰ হিচাব।"

গুপ্তা হুচেনে ক'লে, "চেম্পলৰতো দাম নাই হুজুৰ।" মিষ্টাৰ ৰায়ৰ মুখত আনন্দৰ ভাব বিৰিঙিল। কটীটোৰ ফালে চাই ভাবি ক'লে, 'ইয়াৰ পৰা মোৰ এটা গল্প মনত ৰাখিছে।" ঘড়ীলৈ চাই ক'লে, "শুনিবা নে ফুৰিবলৈ যাবা?"

নিকোলাচে ক'লে, "দুইটাই কৰিম। আপোনাৰ আপত্তি আছে নে কি মিষ্টাৰ চৌধুৰী?" "নাই, তাৰ পিছত কিবা থাকিলেও মোৰ আপত্তি নাই।"

"তোমাৰ কি মত অচলা?"

"গল্প শুনিবলৈ পালে ফুৰাটো বাদ দিবলৈও মই ৰাজী আছো।"

"মই তাত ৰাজী নহয়।" মাৰ্গাৰেটে ক'লে, "কি কব খুজিছা বেগেতে কোৱা। আকৌ এসোপা অঙ্ক তোমাৰ গল্পত নুসুমুৱাবা কিন্তু।"

ৰায়ে ক'লে, 'অঙ্ক নহয় তাৰ সলনি পাবা এপাচি আম আৰু লগত fun.'

Funৰ কথা শুনি আমি গল্প শুনিবলৈ উৎসুক হ'লো। মিষ্টাৰ ৰায়ে আৰম্ভ কৰিলে, "তেতিয়া ট্ৰেইনিং শেষ কৰি নতুন কৈ চাকৰিত সোমাইছোঁ। ট্ৰেইনিং হয় দ্বাৰভঙ্গাত, পথাৰৰ মাজত কেইটামান কেম্পত থকাৰ ব্যৱস্থা আৰু কেইটামানত অফিচ। 'এদিন কেম্পত বিশ্ৰাম কৰি থাকোঁতে মহাৰাজৰ ওচৰৰ পৰা এজন ভদ্ৰলোক আহিল— লগত এজন মানুহৰ মূৰৰ ওপৰত আমৰ পাচি। মই সুধিলোঁ "এয়া কি?"

"একো নহয়, মহাৰাজে তেখেতৰ বাগিছাৰ কেইটামান লেঙেৰা আম আপোনালৈ পঠিয়াইছে।"

গম্ভীৰ হৈ ক'লো, "বাহিৰলৈ নিবলৈ কওঁক, মোৰ সেইবোৰ অভ্যাস নাই।"

মেনেজাৰ অবাক হৈ সুধিলে, "কিহৰ অভ্যাস?"

"এই ঘোচ লোৱাৰ।"

ভদ্ৰলোকৰ মনে মনে খং উঠা গম পালো, কলে, "আমাৰো ঘোচ দিয়াৰ অভ্যাস নাই। এয়া ঘোচ নহয়, ৰাজবংশৰ প্ৰাচীন প্ৰথা 'ৰাজকৰ্মচাৰীৰ ওচৰলৈ সুদা হাতে অহাতো মহাৰাজৰ মৰ্য্যাদাহানিকৰ। ভদ্ৰভাৱেই ক'লো, "ক্ষমা কৰিব মেনেজাৰ

বাবু— যেনেকৈয়ে আইক— এয়া একৰকম ঘোচেই। ইংৰাজীত যাক বোলে Illegal gratification। মহাৰাজক ধন্যবাদ জনাই ক'ব— তেখেতৰ উপহাৰ মই গ্ৰহণ কৰিব নোৱাৰিলো।"

মেনেজাৰে অলপ বেলি তভক মাৰি ক'লে, "তাৰ মানে আপুনি এই আম কেইটা নলয়?"

"নলওঁ।"

"সেয়া মহাৰাজক কিমান অসন্মান দেখুৱা হ'ব বুজি পাইছেনে?"

এইবাৰ অলপ ভয় খালো।

ৰজা মহাৰাজৰ মৰ্য্যাদা যিমানে বেচি সিমানে ঠুনুকা, "কিন্তু এই যুগৰ পদস্থ ৰাজকৰ্মচাৰীৰ মৰ্য্যাদাও লেহ্‌কা নহয় —এপাচি আমৰ ভাৰ সহিব পৰা নগ'ল।" মিষ্টাৰ ৰায়ে মৃদু হাহিৰে ক'লে, "এটা ভুল কৰিছোঁ। যি জনৰ কথা শুনিছা— তেওঁ মুঠেই আধুনিক নহয়।" সঁচাকৈয়ে যি জন আধুনিক তেওঁৰ নীতিবোধ পোটোকা নপৰে।

আমৰ পাঁচি তাত নৰৈ ভিতৰলৈ সোমাই যায়। মই চকুৰে বচক (Boss) দেখুৱাই কলো "honesty বুলিবলৈ সাহস পোৱা নাই দেখোন।"

সকলোৱে হাঁহিবলৈ ধৰিলে।

মাৰ্গাৰেটে সুধিলে "তাৰ পিছত আমৰ পাচিৰ কি গতি হ'ল"?

ৰায়ে ক'লে, "মই মেনেজাৰক ক'লো— মহাৰাজৰ সন্মান ক্ষুন্ন হোৱা কাম মই নকৰো"। অথচ চৰকাৰী কৰ্ম্মচাৰী হিচাবে আমখিনি লোৱাও মোৰ কাৰণে সমীচিন নহয়। আইক ইয়াৰ এটা মীমাংসা কৰো, Neither accept nor reject। হেড অফিচলৈ লিখো— উত্তৰ আহে মানে আম ইয়াতে থাকক।" মেনেজাৰে ক'লে, "সেয়ে হওঁক।" তেখেতৰ মুখৰ ভাব দেখি ধাৰণা হ'ল তেওঁ যেন মোৰ মগজুৰ সুস্থতা সম্বন্ধে সন্দেহ কৰিছে। নিকোলাচে ক'লে, "আমাৰ কিন্তু বিন্দুমাত্ৰ সন্দেহ নাই।"

"ময়ো তোমাৰ লগত একমত" বুলি মাৰ্গাৰেটে কৈ সুধিলে "পিছত head office লৈ চিঠি দিলা হবলা?"

"অ' চিঠি পঠিয়ালো' দহ দিন মানৰ মুৰত উত্তৰ বিচাৰি তাগিদাও দিয়া হ'ল" ইপিনে মোৰ অৱস্থা ভাবা, গেলা আমৰ গোন্ধত কেম্পত থাকিব নোৱাৰা হ'ল। পাচিটো আঁতৰাবও নোৱাৰি। মেনেজাৰক কৈছোৱেই neither accept nor reject বুলি' এনে দোমোজাৰ মাজতে চৰকাৰৰ উত্তৰ আহিল —"মানীজনৰ মান মৰ্য্যাদা জড়িত থকা বিষয়ত দুই এটকা মূল্যৰ বস্তু গ্ৰহণ কৰাত বাধা নাই।" মেনেজাৰক মাতি সুধিলো "আমখিনিৰ দাম কিমান?"

"দামৰ কথা নাই— কৈছোৱেই দেখো সেয়া মহাৰাজৰ বাগিছাৰ আম বুলি"।

"তথাপি তাৰ এটা বজাৰ ভাও আছে নহয়?"

মেনেজাৰে নাকত সোপা লৈ ক'লে, "বৰ্ত্তমান দুঅনা মানে পাচিটোৰ দাম।"

মই স্বস্তিৰ নিঃশ্বাস পেলাই ক'লো "মহাৰাজক নমস্কাৰ জনাই কব মই তেখেতৰ দান আনন্দৰে গ্ৰহণ কৰিছোঁ।"

তেওঁলোকৰ চাহ পৰ্ব্ব মই অহাৰ আগতেই শেষ হৈছিল। এইবাৰ ওলাই যাবলৈ গা লৰালে। এনে সময়তে মিচেচ ৰায়ে আহি ক'লে, "তুমি আকৌ গুচি নেযাবা চৌধুৰী— তোমাৰ চাহ আনিছোঁ।

মিষ্টাৰ ৰায়ে ক'লে, "তেনেহলে তুমি বহা, আমি অলপ ঘূৰি আহোঁ। ডোৰা আছেই নহয়?"

মই সবিনয়ে সন্মতি জনালোঁ।

মিচেচ ৰায়ে নিজৰ হাতেৰে মোৰ জলপান আনিলে, চাহ আনিলে তেওঁৰ বয়ে। ক'লে, "আজি মোৰ কেকৰ ভাণ্ডাৰ শূন্য— কিহেৰে চাহ খাবা এতিয়া?"

"আপুনি যি দিয়ে তাৰেই খাম।" মই কলোঁ। তেনেহলে তোমাৰ কপালত আজি সুদা চাহহে আছে। আকৌ কেক্ কৰিলে আহি খাই যাবাহি। খবৰ দিলে আহিবাতো?"

"নিশ্চয় আহিম খবৰ দিয়াৰ দৰকাৰ নাই।"

মিচেচ ৰায়ে চীজ, বিস্কুট, পেষ্ট্ৰি, না-না ধৰণৰ ফলৰ প্লেট মোৰ ফালে আগবঢ়াই দিলে। প্ৰচুৰ আয়োজন— তথাপি বাৰে বাৰে দুখ কৰিছে, নিজে কৰা একো নাই বুলি। সু-খাদ্যৰ অপব্যৱহাৰ কৰো বুলি মোৰ বাৰ শত্ৰুৱেও কব নোৱাৰে।

মিচেচ ৰায়ে স্নেহ আৰু পৰিপূৰ্ণ দৃষ্টিৰে মোৰ খোৱা চাই থাকিল।

অলপ বেলি বৈ ক'লে, "তুমি আজিকালি দেখোন নাহা, কিয়? মই বিদেশী মানুহ— পৰ বুলি নে কি?"

মই ডাঙৰ মালভোগ কল এটাৰ শেষ দোখৰ গিলি কলোঁ "অলপ দিন আগতে হোৱা হলে মই আপোনাৰ কথাৰ প্ৰতিবাদ নকৰিলোহেঁতেন। আপোনাক দেখাৰ পৰা মই অকুণ্ঠ চিত্তে কৈছোঁ— মানুহৰ পৰিচয় দেশ বা চালৰ বৰ্ণত লেখা নেথাকে।" মোৰ এই উচ্ছাসৰ পিছত তেখেতে সুধিলে "তোমাৰ ঘাই নামটো কি চৌধুৰী?"

"মলয়",

"বাৰু মলয়, সঁচাকৈয়ে কোৱাছোন— এই মাত্ৰ তুমি যি আষাৰ কথা কলা সেয়া তোমাৰ মত নে, তাক একান্ত মনে বিশ্বাস কৰা নে?"

"এয়া মোৰ অকপট বিশ্বাস।"

তেখেতে একো নকলে। অলপ বৈ কলোঁ, "মোৰ ধৃষ্টতা ক্ষমা কৰিব। আপোনাক দেখিলে মোৰ মাৰ কথা মনত পৰে। অথচ মাৰ লগত আপোনাৰ ইমান অমিল যে মানুহে শুনিলে মোক বলিয়া বুলিব। মা দেখিবলৈ ধুনীয়া নহয়, সাজ-পোছাক নিচেই সামান্য, লেখা পঢ়া নেজানে— দুৰৰ গাঁৱত জীৱন কটাইছিল। চাল-

চলন একো আপোনাৰ লগত নিমিলে— তথাপি কিয় জানো মনত হয় —মাৰ লগত কৰবাত আপোনাৰ মিল আছে।"

মিচেচ ৰায়ৰ হাঁহি নাইকীয়া হ'ল, কলে, "মলয়, তোমাৰ লগত মোৰ অলপতহে দেখা হৈছে, ঘনিষ্ঠতাও সামান্য। তথাপি তুমি আজি মোৰ যি পৰিচয় দিলা— সাতাইচ বছৰ সংসাৰ যাৰ লগত কৰিলো, তেওঁলোকে তাৰ ভগ্নাংশও নিদিলে।"

চক্ খাই উঠিলো। এই শিক্ষিতা বিদেশী মহিলাৰ প্ৰাণৰ কোন তাঁৰত মই আঘাট হানিলো। প্ৰসঙ্গটো পাতল কৰিবলৈ ক'লো, "মোৰ কাৰণে আজি আপোনাৰ ফুৰা নহ'ল।"

তেখেত অন্যমনস্ক হৈ পৰিছিল। হঠাৎ ব্যস্ত হৈ ক'লে, "ফুৰিবলৈ যোৱাৰ কথা কৈছা? মোৰ আজি ফুৰিবলৈ যোৱাৰ কথা নাছিল।" কুণ্ঠাবোধ কৰিলো ক'লো, "মই ভাবিছিলো তেখেতসকল যাব যেতিয়া আপুনিও নিশ্চয় যাব। অকলে অকলে ঘৰত কি কৰিলেহেঁতেন?"

"অকলে?" উদাস কণ্ঠেৰে মিচেচ ৰায়ে ক'লে, "তুমি নেজানা মলয় —মই সদায় অকলশৰীয়া। I have been alone all my life." অলপ হাঁহি ক'লে, "তুমি মোৰ লৰাৰ নিচিনা, সকলো কথা তোমাক কোৱা অনুচিত। তাৰোপৰি তুমি বুজিও নেপাবা। মই সঠিক ধাৰণালৈ আহি কৈছো— মই ভুল কৰিছিলোঁ। This marriage was a mistake."

উচপ খাই উঠিলো— ইমান সহজে কি কঠিন কথা তেওঁ উচ্চাৰণ কৰিলে— তাকো সাতাইচ বছৰ বিবাহিত জীৱন কটোৱাৰ পিছত। এই কথাৰ মৰ্ম্ম ভেদ কৰাৰ মোৰ বয়স বা অভিজ্ঞতা নাই। কিন্তু এয়া যে এগৰাকী অভিমানী ৰমণীৰ ক্ষনিক উচ্ছাস নহয়— এগৰাকী প্ৰৌঢ়া ধীৰ, স্থিৰ মহিলাৰ অন্তৰৰ গভীৰ অনুভূতি তাক ধৰিব পাৰিলোঁ।

মই মনে মনে ৰলোঁ।

তেখেত আকৌ ক'লে, "মোক ভুল নুবুজিবা, স্বামীৰ বিৰুদ্ধে মোৰ কোনো অভিযোগ নাই, তেওঁৰ পৰা মই যি সুখ শান্তি পাইছো কমৰ ভাগ্যত হে তেনে সুখ ঘটে। মাক, বাপেক, ভায়েক, ভনীয়েক, ভাই বোৱাৰীক লৈ যি সংসাৰ তাত মোৰ স্থান নাই।"

বহুত নিশালৈকে মিচেচ ডোৱা ৰায়ৰ বেদনাপূৰ্ণ কণ্ঠস্বৰে মোৰ টোপনিত ব্যাঘাট জন্মালে। এই মহিলাৰ বিষয়ে মই বিশেষ একো নেজানো, যি বিবাহ তেওঁৰ মানত মাৰাত্মক ভুল তাৰ কাৰণো মোৰ অজ্ঞাত। সাতাইচ বছৰৰ আগতে আছিল এই ডোৱা ৰায় সুন্দৰী যুৱতী; দেহত পাৰভঙা যৌৱন, চকুত বিজুলি চমক, অন্তৰত উদাৰ আবেগ সুঠামদেহৰ , মেধাবী যুৱক হেৰেন্দ্ৰৰ লগত হয়টো লণ্ডনৰ কোনো নৃত্য-গীত পূৰ্ণ ভোজ সভাত, হাইড পাৰ্কৰ কোনো লতা কুঞ্জৰ আঁৰত নাইবা স্কটলেণ্ডৰ

শ্যামলিমাৰে ভৰা পৰ্ব্বত ৰাজ্যিৰ মাজত দৃষ্টি বিনিময় হৈছিল। দুয়োৰে চকুত যৌবনৰ অঞ্জনতাৰ প্ৰভাৱত দেশ, জাতি সমাজৰ ব্যৱধান নাইকীয়া হৈ গ'ল। আৰু এদিন বন্ধু সকলক আচৰিত কৰি merrily rang the bells and they were wed.

ডোৰাই তেতিয়া জন্মভূমি, স্বজাতি, সমাজ, চিৰপৰিচিত পৰিবেশ এৰিব লগা হৈছিল। কিন্তু কাৰো কথালৈ কৰ্ণপাত নকৰি প্ৰিয়জনৰ হাতত ধৰি পৰম বিশ্বাসেৰে অজান দেশলৈ সাগৰ পাৰ হৈছিল।

ডোৰা ৰায়ে দীৰ্ঘ দাম্পত্য জীৱনত বঞ্চিত হোৱা নাই বুলি নিজেই কৈছে। নাৰী হৃদয়ৰ লীলা বৈচিত্ৰ্য মই বুজি নেপাওঁ। বিবাহ মাত্ৰ প্ৰেমেই নহয়। অকল প্ৰেম লৈয়েই বিবাহিত নাৰী তৃপ্ত হব নোৱাৰে। ডোৰা ৰায়ও নহ'ল। তেওঁ স্বামীৰ প্ৰেম পালেও স্বামী গৃহ নেপালে। হৃদয়লক্ষ্মী হলেও গৃহলক্ষ্মী হব নোৱাৰিলে। স্বামীৰ ওচৰত তেওঁ প্ৰিয় সখী। গৃহিনী বা সচিব নহয়। সেয়েহে ইমান পাইও তেওঁৰ গোটেই জীৱনত অন্তৰৰ ক্ষুধা পূৰ নহল। সেয়ে এক অনভিজ্ঞ সাধাৰণ মানুহ এটাৰ আগত ক'লে, "This marriage was a mistake."

বহুত নিশালৈকে এইবোৰকে ভাবি চিন্তি থাকিলো। ডোৰা ৰায়ৰ ব্যৰ্থতাৰ বাবেতো হেৰল্ড ৰায়ক দোষী কৰিব নোৱাৰি। হেৰল্ড ৰায়ে সকলো জীৱনৰ সুধা পত্নীৰ হাতত বাকী দিবলৈ কাৰ্পণ্য কৰা নাছিল। তেন্তে—

আমি ভাবো হেৰল্ড ৰায়ে এটা ভুল কৰিছিল। স্বামীৰ প্ৰেম যিমানেই কাম্য নহওঁক, নাৰীয়ে তাৰ লগে লগে বিচাৰে গৃহলক্ষ্মীৰ মৰ্য্যাদা। সেয়েহে মিচেচ ডোৰা ৰায়ে হুমুনীয়াহেৰে কৈছিল "মই একেবাৰে অকলশৰীয়া।"

সংসাৰত বিচৰা আৰু পোৱাৰ মাজত চিৰন্তন অসহযোগ। যি বিচাৰো তাক নেপাওঁ, আৰু যাক নিবিচাৰো তাৰ বোজা ঘৰত দ'ম খাই থাকে। এই সাধাৰণ নিয়মৰ বহিৰ্ভুত হোৱা মানুহ কোনো দেশত বা কোনো যুগত বিচাৰি নেপাব' এই পুৰণি তত্ত্বৰ বৰ্ত্তমান দৃষ্টান্ত আমি দুজন— বিখ্যাত জেইলাৰ মৌলবী মোবাৰক আলি আৰু তেওঁৰ অখ্যাত ডিপুটি মই মলয় চৌধুৰী।

আগতেই কৈছো স্বদেশীসকলৰ আগত নিজৰ পৰিচয় বহল ভাবে দিয়াৰ বাবে মোবাৰক আলি ধৰফৰাই আছিল। কিন্তু সেই বিষয়ে এই জেল নিচেই ঠেক। সংখ্যাত তেওঁলোক নগণ্য আৰু প্ৰথমতেই আলি চাহাবৰ ব্যাকৰণৰ জ্ঞানৰ অমৰ্য্যাদাই তেওঁক যিমান আঘাট দিছে— পৰাপক্ষে তেওঁ নিজকে তেওঁলোকৰ ওচৰৰ পৰা আঁতৰাই ৰাখিছে।

ইপিনে সমতল ভূমিৰ পৰা নানা ৰুচিকৰ খবৰ তেওঁৰ কাণত পৰিছিলহি। এদিন শুনিলো— কোনো এখন ডাঙৰ জেলৰ স্বদেশী কৰা লোকসকলে তেওঁলোকৰ দুহেজাৰ নতুন কম্বলত জুই লগাই মহাভাৰতৰ খাণ্ডব দাহৰ চাক্ষুষ অভিজ্ঞতা গ্ৰহণ কৰিছে আৰু লগে লগে গাইপতি আৰু দুখনকৈ কম্বল দাবী কৰি নোপোৱাত সত্যাগ্ৰহ

কৰি চোতালত দীঘল দি আছে। চয়তান চৰকাৰৰ কম্বলো যে চয়তান তাক অস্বীকাৰ কৰাৰ উপায় নাই আৰু সেয়েহে তাক অগ্নিদগ্ধ কৰিব লাগে —এই যুক্তিও অকাট্য। কিন্তু পুনৰ আৰু দুখন চয়তান কম্বল দাবী কৰি সত্যাগ্ৰহ কৰাৰ প্ৰয়োজন কি?

"কিয় আকৌ?" মোবাৰক আলি গৰ্জ্জি উঠিল, "তাহাঁতৰ পিঠিত খজুৱতি উঠিছে— বুজা নাই জানো? দৰব লাগে।" আৰু এদিন শুনিলো কোনোবা এখন চেন্‌ট্ৰেল জেলত ভাত দাইলৰে ফাকু খেলিছে। অন্ন পেটত নেপেলাই পেলাইছে জেলৰ কৰ্মীসকলৰ মুৰত আৰু শূন্য কাঁহিৰ আগত বহি ৰাজবন্দীয়ে গৰ্জ্জন কৰিছে "ম্যায় ভূখা হুঁ।

এদিন উৰাবাতৰি শুনিলো স্বদেশী বন্দীসকলে সন্ধিয়া বেৰেকত নোসোমাই গছৰ ওপৰত উঠি বহুত নিশালৈকে আবৃত্তি কৰি থাকে। মোবাৰকে ক'লে, "গুলি খাই গছৰ ওপৰৰ পৰা চৰাই সৰি পৰা দেখিছো মানুহ কেনেকৈ পৰে চাবৰ মন এটা আছে।" অৰ্থাৎ সেই জেলত উপস্থিত থকা হলে তেখেতে নিজেই তেনে চিকাৰ কৰিলেহেঁতেন।

এইবোৰ খবৰে আমি দুজনৰ ওপৰত কৰা প্ৰতিক্ৰিয়াৰ ফলো ভিন্ন ভিন্ন আছিল। মই ভগৱানক খাটো "হে ভগৱান, মোক এই স্বদেশীসকলৰ হাতৰ পৰা ৰক্ষা কৰিবা প্ৰভু।" মোবাৰকে প্ৰাৰ্থনা কৰে "হে খোদাতাল্লা, বেচি নহয় এনেকুৱা পাচ ছশ উদ্ভগালি কৰা স্বদেশী মোৰ হাতলৈ আনি দিয়া। তাহাঁতনো কোন ধাতুৰে গঢ়া, এবাৰ পৰীক্ষা কৰি চাওঁ।"

প্ৰাৰ্থনা কৰিয়েই ক্ষান্ত নেথাকি আলি চাহাব কাগজ কলমৰ শৰণাপন্ন হ'ল। তেখেতে জনালে এই সংকটৰ সময়ত তেওঁৰ সমগ্ৰ শক্তি-ইংৰাজ চৰকাৰৰ সাম্ৰাজ্য ৰক্ষা কৰিবলৈ আগ্ৰহান্বিত। সেয়েহে তেওঁক কোনো ডাঙৰ জেললৈ বদলি কৰা হওঁক।

কিন্তু ওপৰৱালাৰ ৰস-বোধ আছে। তেওঁৰ সৰব আৰু মোৰ নিৰব কোনো প্ৰাৰ্থনাই পূৰ্ণ নহ'ল। মোবাৰকক পাহাৰী দেশত চোৰ ডকাইত ৰখিবলৈ ৰখালে আৰু মোক পঠিয়ালে সত্যাগ্ৰহী, দমনৰ কাৰণে স্বদেশী থকা জেললৈ।

অটব্য অৰণ্যৰ মাজত কেইটামান ভঙা ঘৰ। এসময়ত এই ঘৰবোৰত খাৰ বাৰুদৰ কাৰখানা আছিলহেনো। প্ৰহৰে প্ৰহৰে বন্দুকধাৰী প্ৰহৰীয়ে বাটৰুৱাৰ বুকু কঁপাই চিঞৰিছিল "হুক্‌কুমদাৰ," সময়ৰ সোঁতত প্ৰহৰী সলনি হ'ল। যত বেলুচ ৰেজিমেণ্ট আছিল তাত এতিয়া শিয়ালৰ বাঁহ। সিহঁতে হুক্‌কুমদাৰ বুলি নিচিঞৰে— চিঞৰে হুকা হুয়া বুলি।

এযুগৰ পিছত সেই ঘৰলৈ পৰিবৰ্ত্তন আহিছে। কোৰ, কটাৰী, কুঠাৰৰ কোবত শিয়ালৰ দল পলাই ফাঁট মাৰিলে। নতুনকৈ যি সকল আহিছে তেওঁলোক গুলি বাৰুদতকৈও ভয়ংকৰ। সেয়েহে প্ৰহৰীৰ তৰ্জ্জন গৰ্জ্জন আগতকৈ ব্যাপক ভাৱে আৰম্ভ হৈছে।

এই কাৰখানাত তৈয়াৰী হোৱা বুলেটৰ আৰ্ন্তজাতিক খ্যাতি আছিল। তেজৰঙা পথেৰে বৃটিচ সাম্ৰাজ্যৰ উদ্বোধন তাৰেই হৈছিল। এই ঘৰত সমবেত হোৱা বুলেটসকলৰ পথ ৰক্তহীন। কোনে জানে হয়তো এওঁলোকৰ যোগেদিয়েই আহিব বৃটিচ সাম্ৰাজ্যৰ উপসংহাৰ।

হাবিৰ দাঁতিতে পথাৰ। শাল খুটা, খেৰৰ চাল আৰু বাঁহৰ বেৰাৰে শাৰী শাৰী চালি ঘৰ সজা হ'ল। চাৰি বেৰ নাই। বেৰ নোহোৱাকৈনো জেল হ'ব কেনেকৈ? জেল বুলিলেই কাৰা প্ৰাচীৰ। সৰু কাঁটা তাৰত নাম মাত্ৰ বেৰ দি প্ৰাচীৰ সজা হ'ল। যেনিবা ৰাজপুত ৰমনীৰ সূক্ষ্ম মচলিনৰ ওৰণীহে। কৃষকে এই দৃশ্য চাই আৰু হাঁহে। ডেকাইঁতে হাঁহি হাঁহি কয় —এয়া জেল নে ধনী মানুহৰ প্ৰমোদ ভৱনৰ ঘৰ। যি সকল বয়সস্থ তেওঁলোকে বুজায়— 'ইয়াত কোন থাকিব জান? স্বদেশী কৰা লোকসকল। এওঁলোক গান্ধীৰজাৰ ভক্ত, চোৰ ডকাইত নহয় পলাই যাবলৈ।"

তাঁৰৰ বেৰ দিয়াৰ পিছত বানপানীৰ দৰে যুৱক, বৃদ্ধ, কিশোৰ হাঁহি হাঁহি অফুৰন্ত উৎসাহেৰে আহিবলৈ ধৰিলে। আকাশ, বতাহ কঁপাই চিঞৰিছে,

"বন্দে মাতৰম্, মহাত্মা গান্ধীকি জয়।"

"আজি কিমান আহিল?"

"তিনিশ পঁচিচ।"

"মাত্ৰ— আমাৰ আহিছে চাৰিশ সাতাৰম্ন।"

ওচৰা ওচৰিকৈ থকা দুই জেলাৰৰ দেখা হলে প্ৰসঙ্গ সেয়েই। ৰাতিপুৱাৰ পৰা ৰাতি বাৰটালৈ কাম চলিয়েই আছে। যুদ্ধৰ পৰা ঘূৰি অহা সুপাৰ কেপ্টাইন বাৰ্নাৰ্জী আৰু জৈইলৰ মহেশ তালুকদাৰ, চাৰিজন ডিপুটি, তাৰ লগে লগে চিপাহী বাহিনী আৰু কেৰাণী সকল। মেজৰ ওপৰত ফাইলৰ পিৰামিড আৰু ৱাৰেণ্টৰ হিমালয়। নানা ধৰণৰ বহীৰ ওপৰত অবিৰাম কলম চলিয়েই আছে। তাৰ মাজে মাজে হাঁহি, চাহ, চিগাৰেট, ধেমালি আৰু অফিচ পলিটিক্স।

হে হৰি! সবৰে দেখোন rigorous imprisonment। কি কামটো কৰিছে এওঁলোকে?

ডিপুটি জেলাৰ হৃদয় বাবুৱে চাহৰ ঢোক গিলি ক'লে, "কোনটো শ্ৰমনো কম দেখিছে? পাথৰ ভঙা বা ঘানি টনা কাম কৰা নাই যদিও তেওঁলোকৰ লাইনৰ কাম তেওঁলোকে কৰি আছে। অৰ্থাৎ— হৃদয়বাবুয়ে মিলিটাৰী কায়দাত ক'লে, ৰাতিপুৱা উঠিয়েই—

বায়া ডাহইনা

বায়া ডাহইনা

ঘূম যাওঁ,

বায়া ডাহইনা
বায়া ডাহইনা
ঠাৰ্ যাওঁ।

সকলোৱে হাতৰ কাম বন্ধ কৰি হৃদয় বাবুক সুধিলে, "আপুনি কি বকিছে এইবোৰ?" হৃদয় বাবুয়ে ক'লে, "বুজি পোৱা নাই নে কি? পেৰেড, স্বদেশী পেৰেড। আপোনালোকে যে কয়

Left right left right.
about turn
Left right left right
Halt.

গোটেই অফিচ জুৰি হাঁহিৰ ৰোল উঠিল। যতীন দাদাই কলিকতাৰ পৰা দিনে অহা যোৱা কৰে। খবৰ বৰকৈ নেপায়। সন্দেহৰ সুৰত সুধিলে, "তেওঁলোকে এইবোৰ সঁচাই কৰেনে?— আপুনি সাজি কৈছে?"

হৃদয় বাবুয়ে চাহৰ শেষ ঢোক গিলি ক'লে, "আপুনি ভাগ্যবান দাদা, নিতৌ নবৌয়ে ৰন্ধা সুস্বাদু আহাৰ খাই দহটা পাঁচটা অফিচ কৰিছে। এৰাতি মহৰ কামোৰ খাই থাককছোন আমাৰ লগত— নিজেই দেখিব সঁচাই কৈছো নে মিছায়ে কৈছোঁ।"

সুধাংশু বাবুয়ে সুধিলে "তাৰ পিছত কি কৰে?" হৃদয় বাবুয়ে চিগাৰেট জ্বলাই ক'লে, "ইয়াৰ পিছত ক্লাচ আৰম্ভ হয়। প্ৰাইমেৰীৰ তলৰ শ্ৰেণীৰ পৰা এম, এলৈকে ক্লাচ হয়' কিছুমান ক্লাচ হয় ঘৰৰ ভিতৰত, কিছুমান গছৰ তলত আৰু কিছুমান পথাৰত। ইমান ডাঙৰ ৰেচিডেন্সিয়েল ইউনিভাৰ্চিটি কতো নেপাব।"

"কেইটালৈকে ক্লাচ চলে?"

"পুৰা এঘাৰ বজালৈ। তাৰ পিছত গা-ধোৱা, খোৱা-বোৱা কৰি কিছু সময় বিশ্ৰাম কৰে। দুটাৰ পিছত আৰম্ভ হয় বক্তৃতা, আলোচনা, ডিবেট আৰু তাৰ মাজত (ফুচ ফুচাই ক'লে) কোনো কোনো ঘৰত চিক্ৰেট মিটিং বা ক্লোজডোৰ মন্ত্ৰণা সভা। এই জেলত বহিয়েই ভৱিষ্যত কাৰ্য্য পন্থা থিক কৰিছে।"

"তাৰ পিছত?"

"আবেলি খেল ধেমালি, সন্ধিয়াৰ পিছত আমোদ প্ৰমোদ। কেৰিকেচাৰ, মেজিক, সাওতাল নাচ আৰু কত কি? কোনো কোনো ঘৰত গানৰ মজলিচো বহে। গানৰ লগত সঙ্গত কৰে বাল্টি বা পানীৰ ড্ৰামেৰে।"

নিতাই বক্সীয়ে হমুনিয়াহ কাঢ়ি ক'লে, "বৰ ভালকৈ আছে মানুহবোৰ। জেল খাটি দেশ উদ্ধাৰো হ'ল ইপিনে স্ফুৰ্ত্তিৰো সীমা নাই। আৰু আমাৰ অৱস্থা চাওক— কোন পুৱাতে চাহ একাপ খাই আহিছো— বাৰটা বাজি গ'ল, কেতিয়া উভটিব পাৰিম

ঠিক নাই। উভটিলেও দোকানৰ সেই কৰকৰীয়া ভাত। কাঁহিত ঢালিলে জনজনাই উঠে— যেন শিল গুটিহে।

কোনোবা এজনে ক'লে, "তাতকৈ বলক, গান্ধীজীকি জয় বুলি ওলাই যাওঁ। কৰকৰীয়া ভাতৰ সলনি তপত ভাত পাম।"

"চলিয়ে হুজুৰ" বুলি জমাদাৰ তমেশ্বৰ নাথ মিচিৰে চেলাম দি আমন্ত্ৰন জনোৱাত নিতাই বক্সীৰ টিফিন কেৰিয়াৰৰ শুকান ভাত আৰু কৰকৰীয়া মৰাতে এৰি টুপীটো হাতত লৈ তপত ভাতৰ বিলনীয়াক চাবলৈ যাব লগা হ'ল। ডেপুটি জেলাৰ বাহিনীৰ এয়া দৈনন্দিন অভিযান। ফল কি হ'ব জনা কথাই, সাৱধানে বিলাওতেও পঞ্চাচজনৰ ভাত কম হব (যদিও চাউল নিৰ্ভুল জোখতে দিয়া হৈছিল) তাৰ পিছত হব এক নিস্ফল এনকোৱাৰি আৰু স্বদেশীসকলৰ লগত তৰ্কাতৰ্কি।

জমাদাৰে "হামি খোদ দেখিছোঁ, এই পাঁচটা বাবু দুবাৰ কৰে ভাত লিয়েছে।" "মিছা কথা" বুলি স্বদেশীসকলে হুঙ্কাৰ দি উঠিব। লগতে কব, "আমি ঘোৰ প্ৰতিবাদ জনাইছোঁ", শেষত কোনোৰকমে তেখেতসকলক শান্ত কৰি ৰিপৰ্ট লিখিব লাগিব— বান্ধনি ঘৰৰ কয়দীৰ সাৱধানতাত তেইচ মেৰ দহ ছটাক চাউলৰ ভাত দেই মানুহৰ অখাদ্য হৈছে। তেতিয়া বৰচাহাবে কব "তথাস্তু"। আকৌ নতুনকৈ ভাত ৰন্ধাৰ আয়োজন কৰিব।

এই দৃশ্যৰ প্ৰত্যেক দিন পুণৰাবৃত্তি হয়। স্বদেশী নেতাই দাবি তুলিছে— আমাৰ হাতত পাক ঘৰ এৰি দিয়ক: আমি কয়দীহঁতক চলাম আৰু পাচলি আদি আন্দাজ কৰি লম, সকলো দায়িত্ব আমাৰ। চৰকাৰ সন্মত নহয়— এনে ব্যৱস্থা কৰিলে যে চৰকাৰৰ মৰ্য্যাদা ক্ষুণ্ণ হ'ব। পাকঘৰৰ কাম আমিয়েই চলাম— তোমালোক কয়দী। কয়দীৰ হাতত দায়িত্ব ভাৰ দিয়া নহয়।

এমাহ মানৰ পিছত গুদামৰ দাতিয়েদি যাওঁতে গুদামৰ সুৰেশ বাবুয়ে হিচাব কৰি আছিল। মেজৰ ইমুৰত গুদামৰ দায়িত্বত থকা দুই নম্বৰৰ বিমল বাবু বহি আছিল। বিমলবাবুৰ হাতত বহী কাগজ। সুৰেশ বাবুয়ে চিঞৰি সুধিলে "হালধি সাতত্ৰিচ সেৰ বাৰ ছটাক, আপোনাৰ হিচাপত কিমান ওলাইছে?"

"মোৰ দেখোন তেৰ ছটাক।"

"বাৰু, সেই একছটাক আপোনাক বকচিচ দিয়া হ'ল।" দুইজনে হাঁহিবলৈ ধৰিলে— মাল জুখি থকা সাধাৰণ কয়দীৰ মুখতো হাঁহি বিৰিঙিল। সকলো দাইল পাচলি ওজন কৰি কয়দীৰ মুৰত দি বিমলবাবুয়ে পাক ঘৰলৈ লৈ গ'ল। জানিলো এই মাহৰ মেচ চেক্ৰেটাৰী বিমল বাবু। ৰন্ধা ঘৰৰ তদাৰক বেলেগ এজনৰ— সেয়া কিচেন কমিটি। ৰন্ধা বস্তুৰ বৰণো আজি বেলেগ দেখিলোঁ। জেলৰ আইনমতে প্ৰত্যেক কয়দীৰ প্ৰাপ্য চাৰি ছটাক পাচলি। আলু, বেঙেনা, মুলা, কবি আৰু বহুত পাচলিৰে এগাড়ী পাচলি আহে, ইমান দিনে সকলো পাচলি মিলাই এখন থেপথেপীয়া তৰকাৰী বনোৱা

হৈছিল। আজ্ঞি অকল আলু আৰু বন্ধা কৰি ভজা আৰু বাকী পাচলি দি এখন মিহলি ভজা। ডাইল আৰু পানীৰ অসহযোগ সদায় চকুত পৰিছিল। আজ্ঞি দেখিছো পানী উপচি পৰা নাই, দাইলৰ মাজৰ পৰা ওলাইছে মাছৰ মূৰৰ টুকুৰা। ভজাৰ বাহিৰে যে মাছৰ কিবা কৰিব পাৰি সেয়া ৰান্ধনিসকলৰ কল্পনাৰ অতীত আছিল। সেই মাছেই আজ্ঞি কালিয়াৰ দৰে কয়দীৰ কাঁহিত শোভা পাইছে।

কিচেন কমিটিয়ে হাঁহি হাঁহি সুধিলে, "কি চাইছে ডিপুটি বাবু। ভগৱানে আমাৰ জিভা দিছে দুটা প্ৰয়োজনত— বক্তৃতা আৰু সু-খাদ্যৰ ৰস গ্ৰহণৰ কাৰণে, প্ৰথমটো আপোনালোকে গাৰ বলেৰে বন্ধ কৰিলে দ্বিতীয়টো দি তাৰ ক্ষতিপূৰণ কৰিবই লাগিব।" মই কলো, "পূৰণ কৰা বুলি কৈছে কেলৈ? সুদৰে সৈতে আদায় কৰা বুলি কওঁক।"

মেচ কমিটিয়ে হাঁহিবলৈ ধৰিলে।

কাৰ হুকুমত এনে হবলৈ পালে বুলি ভাবি ভাবি উভটি আহিলো। কোনেও নজনাকৈ কৰ্তৃত্ব কেনেকৈ হস্তান্তৰ হ'ল, আনুষ্ঠানিকভাৱে নহয়— স্বভাবৰ নিয়মৰে নিজে নিজে। কৰ্তৃপক্ষই দেখিও নেদেখাৰ ভাও জুৰিলে লগে লগে স্বস্তিৰ নিঃশ্বাস পেলালে। সকলোতকৈ সুখী হলো আমি। পচাশ আদমীকা ভাত ঘট্ দিয়া— এই ভয়াবহ ৰিপৰ্ট লৈ তমেশ্বৰ মিচিৰ আৰু নাহে। এনকোৱাৰিৰ দায়িত্বৰ পৰা মুক্তি পাইছোঁ।

দিন যায়, মাহ যায়, বছৰো প্ৰায় যায় যায়। উৎসাহৰ বল কমি আহিছে। যি সকলে প্ৰবল সোতত নাওঁ মেলিছিল তেওঁলোকৰ মন এতিয়া গৃহমুখী— পাৰ পাবলৈ ব্যাকুল। দেহমাতৃৰ দীপ্ত মূৰ্ত্তি অনেকৰ মনত অস্পষ্ট হৈ নিজৰ নিজৰ গৃহৰ ৰূপহে উজ্জ্বল হৈছে। দেহ ক্লান্ত, মনত অৱসাদ, মানসিক অৱস্থা ক্ষিপ্ত। পেৰেড, ডিবেট, কেৰিকেচাৰ নিজে নিজেই বন্ধ হৈ গৈছে। তাৰ সলনি এতিয়া অদৰকাৰী তৰ্ক বিতৰ্ক আৰু দলাদলি। বাহিৰৰ খবৰ বা কি? মহাত্মাজীয়ে কি কৈছে? জেলৰ এই কদৰ্য্য অন্ন আৰু কম্বল কিমান দিন ভোগ কৰিব লাগিব। মিতমাতৰ কিবা হৈছেগৈনে? এইবোৰ প্ৰশ্নই সকলোৰে মন বাৰে বাৰে উন্মনা কৰিছে।

অফিচ চলিছে ধীৰ সুস্থিৰে। যত ৰাতি বাৰটাত উশাহ লবলৈ সময় নাছিল— তাত এতিয়া দিনৰ বাৰটাত নাকৰ ঘৰ্ঘৰণি। আগমণৰ পৰ্ব্ব শেষ হৈছে। এতিয়া বিদায় পৰ্ব্ব। সদায় জেলৰ মেয়াদ শেষ কৰি একোদল ওলাই যায়। বন্ধুসকলে গেটলৈকে আগবঢ়াই থয়। নেতাসকলে অফিচত ভিৰ কৰে আৰু পাথেয় লৈ চলে দৰদাম। খোৱা খৰছ দুদিনৰ হবনে তিনিদিনৰ? নাঁওৰ ভাৰা তিনি টকা নে চাৰে তিনিটকা? মহেশ তালুকদাৰ যোগ্য অফিচাৰ। চাৰে তিনি ঘণ্টা অসীম ধৈৰ্য্যৰে বক্তৃতা শুনি থাকিব, কিন্তু টকাৰ অঙ্ক তিনিৰ পৰা চাৰে তিনিলৈ কেতিয়াও নবঢ়ায়। স্বদেশীসকলো আকোৰগোজ। মাজে মাজে সংঘৰ্ষৰ সম্ভাৱনা দেখিলে মোক মাতি পঠিয়াই। জেলৰ চাহাবৰ অনুগ্ৰহত মই তেখেতৰ ভৌগলিক উপদেষ্টা।

"হেৰা মলয়, তুমি সেই দেশত বহুত দিন আছিলা নহয়। কোৱাছোন কুমিল্লাৰ পৰা বদৰমালিৰ ভাড়া কিমান?" কুমিল্লাৰ লগত মোৰ পৰিচয় ভূগোল পঢ়োতে, বদৰমালিৰ নাম এই প্ৰথম শুনিলো। তথাপি জ্ঞনা বুজ্ঞাৰ গাম্ভীৰ্য্য লৈ সুধিলোঁ "বদৰ মালিৰ কোনটো চুবুৰীত আপোনাৰ ঘৰ"?

মুকলি হবলগীয়া আসামীয়ে ক'লে, "দক্ষিণ পাৰাত।" "সেই ফালে নাওঁৰ ভাৰা দেখোন সস্তা— আপুনি কিমান বিচাৰিছে?"

ভদ্ৰলোকে উত্তৰ দিয়াৰ আগতে তালুকদাৰে ক'লে " তেখেতে চাৰি টকা বিচাৰিছে— মোৰ মতে আঢ়ৈ টকাৰ বেচি নহয়।" মই মন্তব্য দিলোঁ," তিন টকা মান পৰিব।" সকলো সমস্যাৰ সমাধান হোৱাৰ দৰে তালুকদাৰে কলে "থিক হৈ গ'ল। মলয়ে সেইবোৰ ভালকৈ জ্ঞানে নহয়।" স্বদেশী কেইজন ভিতৰে ভিতৰে উত্তপ্ত হলেও মুখেৰে একো নকলে। তাৰে এজন স্বদেশী ল'ৰা মানুহ, তেওঁ খঙেৰে কলে, "বাৰু স্বৰাজ পালে আমাৰ হাতলৈকে ক্ষমতা আহিব। তেতিয়া চাম আপোনালোকৰ চাকৰি কেনেকৈ থাকে।". তালুকদাৰে হাঁহি হাঁহি ক'লে, "আপুনি কি কৈছে? চাকৰি নেথাকিব কিয়? এতিয়া বিদেশী চৰকাৰৰ টকা বচাইছো— তেতিয়া বচাম আপোনালোকৰ।?" কিন্তু মই জ্ঞানো— তালুকদাৰে যিমানেই টানি নধৰক শেষত হাৰে তেখেতেই। যেনেকৈ হাৰে আমাৰ ওঠৰ নম্বৰ মেচৰ মেনেজ্ঞাৰ হৰিদাস বাবু।

বহুত দিনৰ আগৰ কথা— স্কুলত পঢ়ো, থাকো এটা মেচত। নতুন ঠাকুৰৰ চাকৰি হ'ল। নাম মহাদেৱ মিশ্ৰ। তেওঁৰ দৰে কৰিৎকৰ্মা লোক জীৱনত আৰু দ্বিতীয়জন নেদেখিলো। কামিনী বাবুৰ অফিচ চাৰে আঠটাত। আঠ বাজিবলৈ পোন্ধৰ মিনিট থাকোতেই চিঞঁৰে "ঠাকুৰ ভাত আনা।" তেতিয়া মাছ বাচিছেহে। কামিনী বাবুৰ মাছৰ লগত যোগাযোগ লোলুপ দৃষ্টি আৰু হুমুনিয়াহৰ মাজেদিহে। মাছৰ সলনি তেওঁক দিয়া হৈছিল দুপইচা দামৰ নামত দৈ জ্ঞাতীয় পদাৰ্থ। হঠাৎ এদিন দৈৰ সলনি মহাদেৱে হেতাৰে কামিনীবাবুৰ পাতত এটুকুৰা মাছ আৰু জোল পেলাই দিলে। কামিনীবাবুৰ চকুত আনন্দাশ্ৰু। "কি হ'ল এই সময়তে হৈ গ'ল নেকি?"

"এহেতো ৰান্ধি পেলালোঁ।"

কেৰাহী, চচ্পেনত নহয়— হেতোত ৰন্ধা মাছৰ জোল। কামিনী বাবুৰ সেই দিনাৰে পৰা কপাল ফুলিল। অলপ দিনৰ ভিতৰতে মহাদেৱে গোটেই মেচবাসীৰ মন জয় কৰিলে। লাহে লাহে বজ্ঞাৰৰ ভাৰো তেওঁৰ হাতত পৰিল। মহাদেৱে লেখা পঢ়া নেজ্ঞানে, কাগজ্ঞ কলমৰ লগত সম্বন্ধ নাই, সকলো হিচাব মুখে মুখে। সদায় ৰাতিপুৱা মেনেজ্ঞাৰে মহাদেৱৰ হাতত দুখন দহ টকীয়া নোট দিয়ে আৰু গধূলি হিচাব লয়। মেনেজ্ঞাৰে বহি মেলি সোধে মাছ—

মাছ— ৮।। ৶

হৰিদাসে লিখে ৭৪

পটল?

পটল ২৪ ৺

হৰিদাসে লিখে ২ I.

এইদৰে প্ৰতিটো বস্তুৰে মহাদেৱে যি কয় মেনেজ্জাৰে ডিচকাউণ্ট বাদ দি লেখি যায়। হৰিদাসে বহীৰ অঙ্কত যোগ কৰি কয় ১৭। ৺ ১০

কিমান ঘূৰাই দিব লাগিব?

২।।১০ (দুটকা আঠঅনা দহ পইচা)

মহাদেৱে বিনাবাক্যৰে দুটকা নঅনা দহ পইচা দি থৈ গুচি যায়। হৰিদাসে মুখ মেলি অলপ বেলি চাই থাকে।

গল্পটো এদিন জেলৰ চাহাবক কলো। তেখেতে ক'লে "তোমাৰ হৰিদাসৰ লগত মোৰ আচল ঠাইতে তফাৎ। কেনেকৈ?"

তেওঁ জিকিবলৈ চেষ্টা কৰি ঠগ খায়, মই জিকিবলৈ নিবিচাৰো। মই বুদ্ধি নেপাই মুখলৈ চালো। মহেশ বাবুৱে কলে, "বুঢ়া হলো। জীৱনত এটা পইচাও কোনো ভাল কামত দিয়া মনত নপৰে। কপালৰ ফেৰত এই টকা-পইচা লেনদেনৰ ভাগ্য যেতিয়া মোৰ হাতত পৰিছেহি তাৰ পৰা দুই চাৰি পইচা, মাক বাপেকে খেদোৱা ল'ৰাইতৰ ভোগত লাগে যদি লাগক, মোৰ কোনো লোকচান নহয়।"

সপোন দেখিছিলোঁ। দাৰ্জিলিঙৰ মোৰ সেই ঘৰ। বাহিৰৰ কেম্পচেয়াৰতে টোপনি গলো। সন্ধিয়া লাগো লাগো। খিৰিকিৰ কাষত থিয় হৈ কাঞ্চীয়ে মাতিছে "বাবু, বাবু"। টোপনি নেভাগেহে নেভাগে। কাঞ্চীৰ হাঁহিৰ ফোৱাৰা খুলি গ'ল। সিচৰতি হৈ পৰিল স্বপ্নময় মধুৰ ঝংকাৰ।

খপ্জপকৈ উঠি বহিলো 'বিচনাৰ কাষৰ এলাৰ্ম ঘড়ীটো বাজি আছে—তেতিয়া ৰাতি দুটা বাজি পোন্ধৰ মিনিট গৈছে। ৰাউগুত যাব লাগিব। ক্ৰীতদাসৰো গভীৰ ৰাতি বিশ্ৰামৰ সময় আছে কিন্তু মোৰ নাই বুলি ঘড়ীটোৱে জনাই দিলে।

ফাগুনৰ শেষ। জাৰ গৈছেগৈ। শেহৰাতি শৰীৰত লাগি আছে জাৰৰ বিদায়ৰ স্পৰ্শ। কি মধুৰ এই ৰাতিৰ শয্যাৰ আলিঙ্গন। ক্লান্তিয়ে মোৰ শৰীৰে আৱৰি ধৰিছে। কিন্তু তাতকৈও গভীৰ মহেশ বাবুৰ ৰোষ্টাৰৰ চতুৰ্থ শাৰী" বৃহস্পতিবাৰে শেষ ৰাউগু ডিপুটি মলয় চৌধুৰীৰ। কোনোমতে শৰীৰটোক টানি আজুৰি ওলাই গলো। চেক্সপীয়েৰে যাক কৈছিল— Crawling like a snake। আজিহে এই বিশেষণটোৰ প্ৰকৃত অৰ্থ হৃদয়ঙ্গম কৰিলোঁ। কোনো ৰাউগুগামী জেলৰ বা ডেপুটি জেলৰৰ লগত কৰিৰ সাক্ষাৎ হোৱা নাছিল। হোৱা হলে স্কুলৰ লৰাবোৰৰ মুৰত এনে ডাঙৰ অপবাদৰ বোজা জাপি নিদিলেহেঁতেন।

ৰাউণ্ডত গৈছো। কিহৰ বাবে মোৰ এই নৈশ অভিযান? কৰ্ত্তব্যপৰায়ণতা সতৰ্কতা, নিৰাপত্তা ইত্যাদি যিমানেই বৰ বৰ কথা নাওৰাও— আচল উদ্দেশ্য চিকাৰ সন্ধান। চাকৰিৰ ওপৰলৈ উঠা যিমান চিৰি আছে ইও এটা। চিকাৰ ধৰা পেলোৱাই মোৰ কৃতিত্বৰ মাপকাঠি। গৈ যদি দেখো মোৰ চিকাৰৰ দলৰ অৰ্থাৎ নিশাৰ প্ৰহৰী কুলৰ মূৰৰ পাগুৰি মূৰতে আছে, চাদৰৰ আগৰে গা ঢাকি লোৱা নাই, ভৰিৰ জোতা গাৰু নকৰি ভৰিতে পিন্ধি আছে সতৰ্ক আৰু জাগ্ৰত হৈ আছে, তেতিয়াহলে মোৰ পৰিক্ৰমা ব্যৰ্থ। মোৰ ৰিপৰ্ট হ'ব এশাৰী 'Found everything in order। আচৰিত কথা এই সৰল ৰিপৰ্টে ওপৰৱালাক সন্তুষ্ট নকৰে, নাক মুখ কোচাই কব মানুহটো কি অপদাৰ্থ। অইনৰ দোষৰ আৱিষ্কাৰৰ অক্ষমতাই হৈছে মোৰ দোষৰ প্ৰমাণ।

কুপাল ভাল হলে মোৰ ৰিপৰ্টৰ পাত ভৰিব চিকাৰ কাহিনীৰ না-না বৰ্ণনাৰে। কাৰোবাৰ হাতত লাঠি নাই, কাৰোবাৰ চোলাত বুতাম নাই, কোনোবাই নিজৰ ঠাইৰ পৰা আঁতৰি কোনোবা দেশৰ ভাইৰ লগত গল্প কৰিছে, তাৰোপৰি ভাত থাকিব দুটা এটা Sleeping while on duty — ৰাতিৰ প্ৰহৰীৰ মাৰাত্মক অপৰাধ টোপনি।

টোপনিৰো কত বিচিত্ৰ ৰূপ। ইমান দিন ভাবি আহিছিলোঁ চকু মুদি থকাকে টোপনি যোৱা বোলে। যিটো চিপাহীক আপুনি দেখিছে লাখুটি বাই বাই গৈ আছে, ভৰি সমান চালত পেলাইছে, চকু মেলা, দৃষ্টি শূন্যত। ওচৰলৈ যাওঁক শুনিব নাকৰ ঘোৰ্ঘোৰণি। বাট ভেটি ধৰিলে আপোনাৰ গাৰ ওপৰতে পৰিব, মূৰৰ টুপী সোলোকাই নিয়ক সি কব নোৱাৰে। সি সাৰ পাই থকা নাই। গভীৰ টোপনিত লালকাল। বেৰৰ দাঁতিত এটেনশ্যনৰ ভঙ্গিত লাখুটি ধৰি আপোনাক সন্মান দেখুৱাবলৈকে যেনিবা মূৰো নলৰোৱাকৈ ঠিয় হৈ আছে। তাৰো সৰ্ব্ব চেতনা নিদ্ৰাচ্ছন্ন। এওঁলোকে কেতিয়াও কতো আসনো শিকা নাই বা সন্যাসীৰ মন্ত্ৰ তন্ত্ৰও নেজানে— ইয়াৰ মুল হ'ল দীৰ্ঘ দিনৰ সাধনা আৰু প্ৰাণৰ প্ৰয়োজন। গোটেই জীৱনত এটা নিশাও বিচনাত শুবলৈ নোপোৱা এই চিপাহীহঁতক বাধ্য হৈয়েই এই নিশা-বশীকৰণ জানিবলগীয়াত পৰিছে। এনেদৰেই ইহঁতে আমাৰ চকুত ধুলি মাৰে। কিন্তু যাৰ এই বিদ্যা আয়ত্ত হোৱা নাই— নিদ্ৰা বুলিলেই ঠিয়ই নহয় পৰি যোৱাৰ অভ্যাস এৰিব পৰা নাই সিহঁত আমাৰ ৰিপৰ্টৰ পৰা সাৰি নেযায়। এই সকলো চকুত ধুলি মৰা বিদ্যাৰ ওচৰত পৰাভৱ নমনা জন হল আমাৰ সহকৰ্মী মহীতোষ দাদা।

ভাল মানুহ বুলি তেওঁৰ নাম আছিল যদিও তিনি মাহৰ ভিতৰত ৰাউণ্ডত কাকো ধৰা পেলাব নোৱাৰাত তেওঁৰ বদনাম হ'ল। তেওঁৰ ৰাউণ্ডৰ সংখ্যা আৰু সময় বঢ়াই দিলে হঠাৎ এদিন দেখিলে তেওঁ ৰাউণ্ডত আহিলে এটা নহয় এটা post খালি হৈ থাকে। কলৈ গৈছে সুধিলে লগৰ জনে জৈবিক প্ৰয়োজনত গৈছে বুলি কয়। 'এদিন তেওঁ তাতে পোন্ধৰ মিনিট, আধাঘণ্টা, এঘণ্টা থিয় হৈ থাকিল। ওচৰৰ চিপাহীয়ে অস্বস্তি অনুভৱ কৰা দেখা গ'ল। মহীতোষদাদাই এজোপা গছৰ গুৰিত বহি ললে।

প্ৰহৰী বদলৰ ঘণ্টা পৰিল আৰু নতুন চিপাহীও আহিল। পুৰণাবোৰ এতিয়া গুচি যাব, কিন্তু যাৰ কাৰণে তেওঁ অপেক্ষা কৰি আছিল— সেইজনৰ অগত্য যাত্ৰা শেষ নহ'ল।

মহীতোষ বাবু নিৰাশ হৈ যাব খোজোঁতে দেখে গছৰ ওপৰৰ পৰা টুপকৈ কিবা এটা তেওঁৰ মুৰৰ ওপৰত পৰিল— তেওঁতো আচৰিত। খাকী টুপী দেখোন। প্ৰথমে ভাবিলে ভূতেই নে কি? কিন্তু গভীৰ নিশা ভূতে জানো টুপী দলিয়াব পাৰে? সন্দেহ ভঞ্জনৰ বেলি নহ'ল। নিৰুদ্দেশ চিপাহীৰ সন্ধান পোৱা গ'ল। তেওঁ গছৰ ফেৰেঙনিত নিশ্চিন্তে সুখ নিদ্ৰা উপভোগ কৰিছে। মুৰৰ টুপীটোৱে বিশ্বাস ঘাটকতা নকৰাহলে তেওঁৰ নিদ্ৰা ভঙ্গৰ সম্ভাৱনা নাছিল।

মহীতোষ বাবুৱে দেখিলে তিনিদাল গছৰ ফেৰেঙণিত কম্বল পাৰি লৈ সুখ নিদ্ৰাৰ সুন্দৰ আয়োজন। এইটো ব্যক্তিগত নহয়— সমূহীয়া, লাভৰ অংশ সমানে ভাগ হয়, পাল পাতি প্ৰত্যেক চিপাহীয়ে সুখ-নিদ্ৰা উপভোগ কৰে আৰু ৰাউণ্ডত অহা অফিচাৰক কয় call by nature Sir.

মহীতোষ বাবুৰ দৰে অফিচাৰ বেচি নহয়। আমাৰ গগন ডিপুটি পদত কেৰাণী কিন্তু পোচাকত ডিপুটি। কেৰাণী হিচাবে তেওঁৰ ৰাউণ্ড দিয়াৰ যোগ্যতা নাই যদিও তেওঁৰ উৎসাহ দেখি কোনোবা জেইলাৰে ৰাউণ্ডৰ তালিকাত তেওঁৰ নামো ভৰাই দিছিল। তেওঁৰ ভয়ত চিপাহী সম্প্ৰদায় কম্পমান। টহল দিওতে দিওতে যদি কাৰোবাৰ ভৰি বৈ যায়, চকু দুটা জাপ খায়— গগন ডিপুটিৰ হাতৰ পৰা তাৰ নিস্তাৰ নাই। অইন ডিপুটিৰ ওচৰত কন্দা কটা কৰিলে নিস্তাৰ পায়— এওঁৰ ওচৰত নৈব নৈব চ। যিদিনা তেওঁৰ ৰাউণ্ড পৰে চিপহাহীহঁত সেইদিনা সন্ত্ৰস্ত। Everything in Order— গগন বাবুৰ কাম্য নহয়। তেওঁৰ কলমৰ খোচত দুজনমান ধৰাশায়ী নহলে ডিপুটি কিহৰ? পিছে চিপাহীহতোঁ টেঙৰ, তাহাতেও তেওঁৰ ৰাউণ্ডত কোনো খুটি উলিওৱাৰ সুৰুঙাকে নিদিয়ে।

এদিন গগন বাবুৰ মুৰত এক অভিনৱ কৌশল উদয় হ'ল। ৰাউণ্ড শেষ হলেই প্ৰহৰীহঁতৰ আৰামৰ লোভ। "উঃ ৰক্ষা তেওঁ" বুলি স্বস্তিৰ নিঃশ্বাস পেলায়। কোনোবাই ভৰিৰ পট্টি খুলি আৰাম কৰে, কোনোবাই গছৰ তলত বা বাৰান্দাত বাগৰকে এটা মাৰে। গগনবাবুৱে সেই দুৰ্ব্বল মুহূৰ্ত্তৰ সুযোগ গ্ৰহণ কৰিলে। এবাৰ পাক মাৰি আধা ঘণ্টা অফিচত লুকাই থাকিলগৈ। তাৰ পিছত আকৌ আৰম্ভ হ'ল নতুন উদ্যমৰে পুণৰ পৰিক্ৰমা। এইবাৰ মূল্যবান চিকাৰৰে তেওঁৰ জাল ভৰি গ'ল। ছয় সাততাই বহি আছে আৰু টোপনিয়াই আছে, মুৰত টুপী নাই, ককালত পেটি নাই। পিচদিনা অফিচত শাস্তিপৰ্ব্ব চলিল। গগন ডিপুটিৰ কৃতিত্বত প্ৰকৃত ডিপুটিসকলৰ শৌৰ্য্য ম্লান হৈ গ'ল।

সেইবাৰ মাঘ মাহৰ মাজ, পদ্মানদীৰ পাৰৰ মুকলি পথাৰত জেল। তাৰোপৰি উত্তৰ বঙ্গৰ হিমালয়ৰ পৰা অহা শীত। থক্ থক্ কপনি ৰখাবকে নোৱাৰি। নিশা চাৰে তিনটা। গোটেই পৃথিৱী কুৱলীৰে ঢাক খোৱা, কুৱলীৰ কণাবোৰ বৰষুণৰ দৰে পৰি

অস্থি মজ্জা ভেদ কৰি গৈছে। চকু দুটা মাথো খুলি ৰাখি সৰ্ব্বাঙ্গ আবৃত কৰি চিপাহীৰ দল অত তত থিয় হৈ কপি আছে। এই ভয়ঙ্কৰ নিশা বেৰৰ দাতিয়ে দাতিয়ে বাৰু কোন গৈ আছে? কুৱলীৰ সাগৰত ভাঁহি থকা নাওৰ দৰে সৰ্ব্বশৰীৰ কম্বলৰে ঢকা। সাত নম্বৰৰ কোন পাৰ হওঁতেই প্ৰহৰীয়ে চিঞৰিলে "আসামী ভাগতা হ্যায়।" হুইচেল আৰু এলাৰ্ম বাজিবলৈ ধৰিলে। ওচৰত থকা খিনিয়ে লাঠি হাতত লৈ লৰি আহিল। উপায়ন্তৰ হৈ কম্বলে লৰ ধৰিলে যদিও চিপাহীহঁতে চাৰিওফালে বেৰি ধৰিলে। কোনে কি কৈছে শুচ নাই। মাত্ৰ লাখুটিৰহে শব্দ ধপা ধপ্। 'ওপৰৱালাসকল আহি পোৱাৰ আগতেই কম্বলক হস্পিটালৰ বাৰাণ্ডাত পেলাই থোৱা হ'ল। চকু মুখ উখহি ভিম্বাকাৰ দিলে। চিঞৰ শুনি মাতত ধৰিব পৰা হ'ল কম্বলধাৰী কয়দী নহয় আমাৰ গগন ডিপুটিহে।

এদিন মই ৰাউণ্ডত গৈ আছো। ৰাতি দুটা বাজি পচিচ মিনিট গৈছে। অলপ দূৰ গৈ চাৰিউফালৰ পৃথিৱীৰ ৰূপ দেখি আগৰ বিৰক্তি আৰু ক্লান্তি আঁতৰি গ'ল। চুকে কোনে দাতিয়ে কাষৰে ৰূপালী জোনাকৰ ৰূপৰ প্লাবনে নিস্তব্ধ নিশাৰ সৰ্ব্ব দেহত বিৰাজ কৰিছে— শোভা, সম্ভ্ৰম আৰু শুভ্ৰতা। দিনৰ পোহৰত যাক দেখিছিলো তুচ্ছ আৰু কুৎসিত, জোনাকৰ হাত বুলনিত সেয়ে হৈ উঠিছে সুন্দৰ আৰু মহিমাময়। চুন, বালি খহি পৰা ভগা ঘৰটোও দেখিছে ৰাজপ্ৰসাদৰ দৰে। হাবি জঙঘলবোৰ যেন মায়া কানন। হঠাৎ কৰবাৰ পৰা ভাঁহি আহিল বাঁহীৰ সুৰ। করুণ বেহাগ ৰাগিনীৰ ব্যাকুলতা 'এয়া কোন বাৰু? কাৰ অন্তৰৰ আকুল কান্দোন সৰি পৰিছে ফাগুণৰ জোনাক নিশাৰ মায়াময় বুকুৰ ওপৰত'?

গেট পাৰ হৈ গৈ আছো। ভাৰপ্ৰাপ্ত ৱাৰ্ডাৰে জনালে সকলো প্ৰহৰী থিকেই আছে। সেইটো বেৰেকত এশ সাতাইচ জন কয়দী থাকে। এশ সাতাইচ জনৰ এজনো বেৰেকত নাই। কয়দীবোৰ ইফালে সিফালে সিচৰতি হৈ অইন বেৰেকৰ কয়দীৰ লগত মিলি আছে, তলাবোৰ পিছে থিকেই বন্ধ হৈ আছে। দুঘণ্টাৰ পিছত অইন প্ৰহৰী আহি ঘৰৰ তলা টানি ৰিপৰ্ট দিয়ে, "সব ঠিক হ্যায় হুজুৰ।"

আৰু আগবাঢ়ি গলোঁ। অত তত মানুহবোৰ শুই আছে। মাজে মাজে খট্ খট্ বুত জোতাৰ শব্দ। সকলোকে তল পেলাই বাজি আছে বাঁহীৰ সুৰ। বাৰ নম্বৰৰ ওচৰৰে চেগুণ গছ এজোপাৰ তল খন পকাৰে বন্ধোৱা। তাৰ ওপৰতে বহি যি জন মানুহে এই প্ৰাণ উতলা কৰা সুৰৰ জাল বৈছে তেওঁ মোৰ উপস্থিতি গম নেপালে। মই মনে মনে থিয় হৈ থাকিলোঁ। কেতিয়া তেওঁৰ ওচৰত বহি পৰিলো, কেতিয়া সুৰ স্তব্ধ হৈ গ'ল মই গমকে ধৰিব নোৱাৰিলোঁ। "ডিপুটি বাবু, বে-আইনি হৈছে নহয়?" তেওঁৰ মাতত মই চক্ খাই উঠিলোঁ। অলপ বৈ নিজক সংযত কৰি কলো "কিছু বে-আইনি হৈছেতো।"

"বাহীটো কাঢ়ি নিব নে কি?"

"নিয়াই উচিত কিন্তু পৰা যে নাই।"

"কিয় ?"

"কাঢ়ি নিয়াৰ শক্তিটো আপুনি কাঢ়ি নিয়া কাৰণে। বৰ কবিত্ব হ'ল নহয় ?"

"অৱশ্যে হ'ল। যি ক'লে সেয়া যদি সঁচা হয়, আপোনাৰ এই চাকৰিলৈ অহা উচিত নাছিল। আপুনি Misfit।"

মই কলোঁ "একেটা কথা আপোনাকো কব পাৰো অনিমেষবাবু। এই বাট আপোনাৰ নহয়।"

"কিয়"

"আপুনি শিল্পী। আপোনাৰ পথ সুন্দৰৰ, ৰাজনীতিৰ ওখোৰা মোখোৰা বাটত আপুনি উজুটি খাব। অভীষ্ট সীমা পাবগৈ নোৱাৰিব।"

অনিমেষ মনে মনে ৰ'ল। আপুনি হয়টো কব, এই পথত সংঘৰ্ষ নাই। মহাত্মাজী শান্তি কামী। তেখেতে কৈছে ইংৰাজৰ লগত আমাৰ বিৰোধ নাই, তেওঁলোকৰ নীতিৰ লগতহে বিৰোধ। কিন্তু সেইটো কথাৰ কথা হে। দুইটাৰ মাজত বিশেষ পাৰ্থক্য নাই।

অনিমেষে প্ৰতিবাদ নকৰি মনে মনে ৰ'ল।

মই সুধিলোঁ, "আপুনি অহিংস আন্দোলন বিশ্বাস কৰেনে ?"

"নকৰো",

"এওঁলোকৰ এই খদ্দৰ ফিলচফি ?"

"সেয়াও নকৰো।"

"হিন্দু মুছলমানৰ মিলন ?"

"তাতো বিশ্বাস নাই।"

"তেন্তে আপোনাৰ দৰে বিশ্বস্ত সৈনিক এওঁলোকৰ আৰু নাই।"

অনিমেষে গম্ভীৰ হৈ ক'লে, "কাৰো মতবাদলৈ মোৰ মুৰ কামোৰণি নাই মলয় বাবু। মানুহৰ থিঅ'ৰিতকৈ সেই মানুহজন মহান। তেওঁত মোৰ বিশ্বাস অন্ধ আৰু অটল। সেই ঠাইত কেতিয়াবা চেকা লাগিলে মই এই বাট এৰি দিম।"

তাৰ দুবছৰৰ পিছৰ কথা। মহাত্মাজী তাৰ আগতেই সমুখ সমৰৰ পৰা আঁতৰি আহিছে। তেওঁৰ আৰু তেওঁৰ অধিনায়কৰ আহ্বানত বিশ্ববিদ্যালয়ৰ দুৱাৰত পদাঘাট কৰি ওলাই অহা ছাত্ৰৰ কাণত এতিয়া নতুন মন্ত্ৰ দিয়া হৈছে "ছাত্ৰানাং অধ্যয়নং তপঃ।" কিন্তু সেই তপস্যা নতুনকৈ আৰম্ভ কৰাৰ বাট কেনেকৈ হব সেই বিষয়ে অধিনায়কসকল নীৰৱ। দুই কুল যোৱা জনক বিচৰা কোনো নাইকীয়া হ'ল।

এনে সময়তে এদিন কলিকতাত হঠাৎ অনিমেষৰ লগত মোৰ দেখা হ'ল। মই

তেওঁক প্ৰথমে ধৰিব পৰা নাছিলোঁ। পিন্ধনত এটা ফটা খদ্দৰৰ পাঞ্জাৱী, ভৰিত তালি মৰা জোতা। তেৱেঁই মোক প্ৰথমে মাতিলে। গাৰ উজ্জ্বল বৰণ ৰদত দেই্‌ গ'ল। বয়স যেন দহ্‌ বছৰ মান বাঢ়িল।

সুধিলো "কি কৰিছে আজ্বি কালি? কলেজত ভৰ্ত্তি নহ্‌ল নে কি?"

"কেনেকৈ হ্‌'ব? মা মৰিল। দুজনী ভনী আৰু এটা সৰু ভাই, চাকৰি বিচাৰি ফুৰিছোঁ।"

"চাকৰি কৰাকে থিক কৰিছে যেতিয়া বি, এটো পাচ কৰি লব লাগিছিল।"

অনিমেষে হাঁহি মাৰি ক'লে "পাঁচ কৰিবলৈ বিচাৰিলেই জানো পাচ কৰিব পাৰি? তাৰোপৰি পাচ কৰি লাভ কি? স্বদেশী হৈ জেল খটাৰ কথা শুনিলে কোনেও চাকৰি দিব নোখোজে। গবৰ্ণমেণ্ট অফিচেটো নিদিয়েই— মাৰ্চেণ্ট অফিচেও নিদিয়ে। আঁপোনাৰ হাতত কিবা চাকৰি আছে নে বাৰু? পোন্ধৰ টকা বিশ টকা যি দৰ্মহাই হয়।"

ঠিকনাটো লিখি দি অনিমেষ জন অৰণ্যত হেৰাই গ'ল।

মই অলপ বেলি তভক মাৰি ৰলো।

এই্‌ অনিমেষ আছিল কলেজৰ চোকা ল'ৰা— মাক, ভায়েক, ভনীয়েকহঁতৰ আশাৰ খল। মাকে ভাবিছিল ল'ৰা বিদ্বান হৈ ভাল চাকৰি কৰিব আৰু তেওঁলোকৰ অভাৱ মোচন হ্‌'ব। এই্‌ আশা লয়েই যথা সৰ্ব্বস্ব ল'ৰাৰ কাৰণে খৰছ কৰিলে। তাৰ পিছত যে কি হ্‌'ল। ল'ৰা কলেজ এৰি জেলত সোমাল, মাক শেতেলিত পৰিল, সেই শেতেলিৰ পৰা আৰু তেওঁ উঠিব নোৱাৰিলে। প্ৰায় বিনা চিকিৎসাত সংসাৰৰ পৰা এদিন বিদায় ললে, থৈ গল দুজনী অবিবাহিতা গাভৰু ছোৱালী আৰু এটা সৰু ল'ৰা। এটা ভদ্ৰ শিক্ষা দীক্ষা থকা পৰিয়াল বান পানীৰ সোঁতত ভাঁহি গল।

অফিচত আহি ব্যস্ত হ্‌'বলৈ মেজত একো কাগজপত্ৰ নাই্‌। ডাকৰ ফাইলটো টানি ললো, সেইটোও প্ৰায় শেষ হ্‌'ল। শেষৰ চিঠি খন চাই্‌ মনে মনে বহি্‌ আছিলো। কীৰ্ত্তনৰ সুৰ গুণগুনাই হৃদয় বাবু সোমাই আহিল। হেলমেটটো ব্ৰেকেটত থৈ আৰাম কৰি চকীত বহি্‌ এটা চুৰট জ্বলাই মোক সুধিলে, "আপোনাক দেখোন বৰ জটিল বিষয়ত মনোযোগ দিয়া যেন দেখিছো। বস্তুটোনো কি Different calculus নে law of relativity?"

মই্‌ গম্ভীৰ হৈ উত্তৰ দিলো "তাতকৈও জটিল,"

"যেনে?"

"নটিচ পাইছো, মহম্মদ পৰ্ব্বতৰ ওচৰলৈ নেযায় পৰ্ব্বতহে আহিব মহম্মদৰ ওচৰলৈ।"

"অৰ্থাৎ?"

"অৰ্থাৎ ফিজ্জাৰ প্ৰিন্ট কেচৰ আসামী ভূপেশ সেনৰ বিচাৰ জেলত হ'ব। এম, ডি, অই কোৰ্টৰ আয়োজন কৰিবলৈ লিখিছে।" হৃদয় দাদাই কলে, "ইয়াৰ মাজত জটিলতা পালে কত?"

"ভাবি চাওঁকছোন, বিচাৰপ্ৰাৰ্থী বন্দীয়ে প্ৰকাশ্য বিচাৰশালাত ঠিয় হোৱাৰ অধিকাৰ হেৰুৱালে।"

"বিচাৰকে তেওঁ বিচাৰ কৰিবলৈ আহিব জেল থানালৈ। নহয় জানো?"

"সেয়েতো হৈছে।"

"কিন্তু আপুনি administrative necessity ৰ কথা পাহৰি গৈছে।"

"মোৰতো তাতেই আপত্তি। শাসনতান্ত্ৰিক প্ৰয়োজনে বিচাৰৰ আদৰ্শক দেই গলে কোৰ্টৰ মৰ্য্যাদা ৰক্ষা নপৰে।"

"আপুনি বৰ বেছি ভাবিছে মলয় বাবু।"

"নহয় হৃদয় দাদা, মই তলৰ পৰা চাইছো। আসামী যেতিয়ালৈকে বিচাৰাধীন তেতিয়ালৈকে আইনৰ চকুত সম্পূৰ্ণ নিৰ্দোষ। বৃটিছ আইনৰ দেখোন এয়ে আৰম্ভণিৰ কথা। তাৰ দোষৰ প্ৰমাণ দিব অভিযোক্তাই। অভিযোক্তাই সি দোষী বুলি প্ৰমাণ কৰিব লাগিব। অভিযোগৰ বিৰুদ্ধে নিজক নিৰ্দোষ প্ৰমাণ কৰাৰ তাৰ থাকিব সম্পূৰ্ণ অধিকাৰ। এই জেলৰ ভিতৰত সেয়া জানো সম্ভৱ?"

"ইয়াৰ মাজত জটিলতা কত দেখিলে?" হৃদয় দাদাই প্ৰশ্ন কৰিলে।

"বিষয়টো দকৈ ভাবকছোন। বিচাৰ প্ৰাৰ্থী বন্দী প্ৰকাশ্য বিচাৰ শালাত ঠিয় হ'বলৈ সুবিধা নেপালে।"

"বিচাৰক তাৰ বিচাৰ কৰিবলৈ জেল থানালৈ নামি আহিল নহয় জানো?" হৃদয় দাদাই কলে।

"সেইটোৱেই হৈছে।"

"কিন্তু আপুনি এটা কথা পাহৰি গৈছে যাৰ নাম administrative necessity."

"তাতেই মোৰ আপত্তি। শাসনতান্ত্ৰিক প্ৰয়োজনে বিচাৰৰ আদৰ্শ পাৰ হৈ আহিলে কৰ্টৰ মৰ্য্যাদা নেথাকে। শাসন দণ্ডৰ ওচৰত ন্যায় দণ্ডই নতি স্বীকাৰ কৰিলে। ইয়াতকৈ মৰ্মান্তিক আৰু কি হ'ব পাৰে?"

"আপুনি বেছি ভাবিছে মলয় বাবু।"

"নহয় হৃদয় দাদা, সকলোৱে জানে আসামী বিচাৰাধীন হৈ থকা সময়ত আইনৰ চকুত সি সম্পূৰ্ণ নিৰ্দোষ। বৃটিচ আইনৰ এয়া আৰম্ভণিৰ কথা। তাৰ দোষমুক্তি প্ৰমাণৰ ভাৰ অভিযোক্তাৰ ওপৰত। অভিযোগৰ বিৰুদ্ধে নিজক সমৰ্থন কৰাৰ তাৰ সম্পূৰ্ণ

মৌলিক অধিকাৰ। তাৰ বাবে তাক সুযোগ দিব লাগিব। এই জেলৰ ভিতৰত সেই সুবিধা কত?" হৃদয় দাদাই প্ৰতিবাদ নকৰিলে। মনোযোগী শ্ৰোতা পাই মোৰ উৎসাহ বাঢ়ি যোৱাত সক সুৰা বক্তৃতাকে এটা দি পেলালো। 'ইংৰাজে পৃথিৱীক দিছে অনুপম সাহিত্য, সুগভীৰ দৰ্শন আৰু মহাশক্তিশালী জড় বিজ্ঞান। মোৰ মনেৰে তেওঁলোকৰ সকলোতকৈ শ্ৰেষ্ঠ Rules of law। ব্যক্তিতকৈ বিধান ডাঙৰ, তাৰ ওচৰত নিৰ্বিচাৰে প্ৰধানমন্ত্ৰীয়েও মুৰ দোৱাব এয়ে হ'ল British Jurisprudence ৰ প্ৰথম কথা। অইন দেশ নেলাগে ইংলিচ প্ৰণালী পাৰ হৈ ফ্ৰান্স লৈ যাওঁক, তাতো আইনৰ চকুত সকলো মানুহ সমান নহয়। বেলেগ বেলেগ গোষ্ঠীৰ কাৰণে পৃথক পৃথক বিচাৰশালা। ইংৰাজৰ চকুত সেইটো অন্যায়। সাম্ৰাজ্যৰ স্বাৰ্থই আজি সেই ইংৰাজক কলৈ নমাই আনিছে?'

বক্তৃতাৰ নিচাত মনেই কৰা নাই হৃদয় বাবুৰ ভৰি দুখন মেজৰ ওপৰত, চকু আধামুদা, হাতত আধাপোৰা চুৰট।

"টোপনি গ'লে নেকি হৃদয় দাদা?"

"টোপনিয়াবলৈ আপুনি দিলে কৰ্ত?"

"একেবাৰেই নিস্তব্ধ হ'ল যে, হা, হুঁ কৰক।'

হৃদয় বাবুৱে মেজৰ ওপৰৰ পৰা ভৰি নমাই পোন হৈ কলে, 'আপোনাৰ আলোচ্য বিষয়ৰ ওপৰত মোৰ যথেষ্ট জ্ঞান, সেয়েহে কোনো মন্তব্য প্ৰকাশ কৰিব খোজা নাই। মোৰ এটা থিওৰি আপোনাক কম শুনি নেহাঁহিব।"

কলো, "যদি হাহোঁ ধৰিব লাগিব আপোনাৰ থিওৰি সাৰ্থক। পৃথিৱীৰ বেছিভাগ থিওৰিয়ে চকুপানীহে উলিয়াব পাৰে।"

হৃদয় বাবুৱে চাৰিউফালে চকুফুৰাই ফুচ ফুচাই কলে, "আজি হওক, কালিলৈ হওঁক ইংৰাজে সাম্ৰাজ্যৰ জাল সামৰিবই লাগিব। তেতিয়ালৈকে জীয়াই থাকিলে পেঞ্চন নেপাওবেই, ভৰণ পোষণৰ বাবে এখন স্কুলৰ পাঠ্যপুথি লিখিম বুলি ভাবি থৈছো। তাত লিখিম ইংৰাজী শিক্ষাই ইংৰাজৰ পতনৰ মূল কাৰণ। ইংৰাজৰ লগত তাহাঁতৰ নিজৰ ভাষায়ে বিশ্বাসঘাটকতা কৰিছে। থিওৰিটো মনঃপূত হ'লনে?"

সেমেনা সেমেনিকৈ কলো, "বুজা দেখোন নাই।" হৃদয় বাবুৱে পোন হৈ বহি কলে "১৮৫৭ চনৰ পিছত ইংৰাজে নিজৰ সাম্ৰাজ্য সুপ্ৰতিষ্ঠিত হোৱাৰ আশাত সাত-সমুদ্ৰ তেৰ নদীৰ সিপাৰৰ পৰা কিমান আশাৰে এই ভাষা লৈ আহিছিল। উদ্দেশ্য মাথো সাম্ৰাজ্য বিস্তাৰ। ভাবিছিল এই ভাষাৰ পুৰীয়া দুটামান গিলিলেই ৰাজভক্তিত দেশবাসী আপ্লুত হৈ পৰিব। কেৰাণী তৈয়াৰ কৰাৰ অভাৱ নহ'ব। সেই দিশত তাহাঁত নিৰ্ভুল। সেয়েহে ইংৰাজী স্কুলৰ কাৰখানাৰ পৰা শহ শহ কেৰাণী ওলোৱাৰ লগে লগে ওলাল আৰু এবিধ জীৱ। ইংৰাজীত যাক কয় by product। কয়লা খনিৰ পৰা হীৰা

ওলোবাৰ দৰে তাহাঁতৰ বিদ্যাৰ সুধা পান কৰি তাৰ বলতে দিলে তাহাঁতক মোক্কম আঘাট। এওঁলোকেই হৈছে গান্ধী, পেটেল, চিত্তৰঞ্জন, জৱহৰলালৰ দল। সংস্কৃত টোল বা মক্তবত এওঁলোকৰ জন্ম নহ'লহেঁতেন। আজি কালি যিমানেই ওলাইছে সকলোৱেই by product। পাৰ্থক্য পেকিংৰ কাগজৰ— কোনোবাজনৰ খদ্দৰ, কোনোবাজনৰ খাকী।"

এইবাৰ তেওঁ মোলৈ কেৰেচীয়াকৈ চাই কলে "আপুনি দুখ কৰিছিল নহয় সেই ইংৰাজ কলৈ নামিছে বুলি। মোৰো দুখ হয়। তাহাতে উলিয়াব খুজিছিল কেইটামান হৃদয় সামন্ত কিন্তু ওলাল মলয় চৌধুৰী।" হৃদয় দাদাই নিজৰ ৰসিকতাত নিজেই হাঃ হাঃ কৈ হাঁহি থাকোতেই খোদা বক্স, মোবাজ্জিন হুচেইন আৰু কোনোবা কোনোবা ভিতৰলৈ সোমাই আহিল।

"কি খবৰ হৃদয় দাদা, আজি দেখোন বৰ স্ফূৰ্ত্তি।"

"নকৰা আৰু, ইমান কষ্ট কৰি নতুন গান এটা লেখিলো, মলয় বাবুৰ পছন্দই নহ'ল— মুখখন কেনেকুৱা গোমোঠাকৈ আছে চোৱাচোন।"

"কি গান লেখিলে আমিও শুনোছোন।" মোবাজ্জিন আলিয়ে কলে। হৃদয় বাবুৱে চেপা মৰা মাতেৰে কীৰ্ত্তনৰ সুৰত গালে,

ৰাতিপুৱা উঠি

হোঁকা হাতত লৈ

কানুৱে কলে, ৰাধা ঐ

তোমাৰ জুহালত জুই আছেনে? সকলোৱে হাঁহিবলৈ ধৰিলে।

কোৰ্ট বহিল সুপাৰৰ কোঠালীত। হাকিম নতুনকৈ বিলাতৰ পৰা অহা ডেকা চিভিলিয়ান। পুৰনা হাকিমৰ দৰে মুখত তাচ্ছিল্যৰ ভাব লৈ, পাইপত মুখ দি, যিমান হাকিম সুলভ চেহেৰা দেখুউৱাৰ প্ৰয়োজন, এতিয়ালৈকে তাত পকা হোৱা নাই। আসামী ভূপেশ সেনে স্বদেশী কৰি জেল খাটিছে কিন্তু পুলিচে ভাবিছে তেওঁ চোৰ ডকাইত। বিশ্বাস নকৰি তেওঁক বহীত আঙুলিৰ টিপ দিবলৈ কোৱাত ভূপেশ সেনে অস্বীকাৰ কৰিলে, তাৰে মকৰ্দ্দমা এইটো।

হাকিমে ভঙা ভঙা বঙালীত সুধিলে, "তুমি টিপ দিবলৈ অস্বীকাৰ কৰিছা?"

ভূপেশে দুয়ো কাবলতিৰ তলত দুখন হাত ভৰাই ওপৰলৈ নিৰ্বাক হৈ চাই থাকিল।

মেজিষ্ট্ৰেটে দাবি দি কলে, "উত্তৰ দিয়া।"

ভূপেশ নিৰুত্তৰ। কোৰ্ট ইনস্পেক্টৰলৈ চাই চাহাবে সুধিলে "Is your accused deaf and dumb?" "I am examining him your honour." ব্যস্ত

হৈ কোর্ট ইনস্‌পেক্টৰে উত্তৰ দিলে। তাৰ পিছত ভূপেশলৈ চাই সুধিলে, "হাকিমে কি কৈছে আপুনি শুনা নাই নে কি?" ভূপেশে ইংৰাজীত উত্তৰ দিলে, "শুনিছো" আপোনাৰ চাহাবক কৈ দিয়ক ভদ্ৰলোকৰ সৈতে ভদ্ৰভাবে কথা পাতিব লাগে।"

"হোৱাট?" চাহাব জাঙুৰ খাই উঠিল। এইবাৰ ইংৰাজীত সুধিলে, "মই সুধিছো তুমি টিপ্ দিবানে নিদিয়া?"

"নিদিওঁ।"

"নিদিলে কঠোৰ শাস্তি ভূগিব লাগিব।"

ভূপেশে হাঁহি মাৰি কলে, "গাই বাই নেথাকি দি দিলেই হয়।"

এনেকৈয়ে কিছু সময় বাদ বিবাদ চলিল। চাহাব আই, সি, এচ আৰু নবাগত। কলা মানুহৰ ঔদ্ধত্য সহ্য কৰাত অভ্যস্ত নহয়। তেওঁ যে কোৰ্টত বহি আছে পাহৰি গৈ কলে, "তেওঁৰ টিপ্ বলেৰে লোৱা।"

ইনস্‌পেক্টৰ বিপাণ্ডত পৰিল। বলেৰে লব পাৰিলে এই মকৰ্দ্দমাৰ কি প্ৰয়োজন আছিল?

চাহাব অধৈৰ্য্য হৈ চিঁৰিলে, "পাকড়ো উসকো।"

দুজন কনিষ্টবলে ধৰিব খোজোতেই ভূপেশে জোকাৰ মাৰি চিঞৰিলে "বন্দে মাতৰম।"

"সাট্ আপ ইউ স্কাউণ্ড্ৰেল" হাকিম গৰ্জ্জি উঠিল।

ভূপেশে গৰজিলে "মহাত্মা গান্ধীকি জয়।"

জেলৰ ভিতৰৰ পৰা শত শত কণ্ঠৰ প্ৰতিধ্বনি শুনা গল "মহাত্মা গান্ধীকি জয়।"

চাহাবৰ ৰঙা মুখ আৰু ৰঙা হৈ তেজ ফাটো ফাটো হ'ল। চকু ওলাই আহিব খুজিলে। তলৰ ওঁঠ কামুৰি মেজৰ ওপৰত থকা হাণ্টাৰ তুলি লৈ সৰ্ব্বোপ কৈ কোব সোধাই দিলে। ভূপেশ পৰি গল যদিও দুই হাতে কপাল টেপা মাৰি ধৰি সমস্ত শক্তি দি চিঞৰিলে "মহাত্মা গান্ধীকি জয়।"

পঁচিচ হাত নিলগত জেল গেট, ক্ষন্তেকতে খবৰ বিয়পি পৰিল। গেট ৰখা গেট কিপাৰৰ পক্ষে অসম্ভৱ হ'ল— উপায়ন্তৰ হৈ পগলা ঘণ্টা বজাই দিলে। জেলৰ চাহাব গেঞ্জি চেণ্ডেল পিন্ধিয়েই লৰি আহিল আৰু তাৰ পিচত বিচিত্ৰ বেশত আমি অনুচৰ বৃন্দ। গোটেই বাট ভেটি বহি আছে বন্দীৰ দল। বন্দেমাতৰম চিঞৰা নাই। সকলোৰে মুখত উৎকণ্ঠা আৰু চকুত উত্তেজনা। এজন্ নেতৃস্থানীয় লোক গেটৰ ওচৰত বৈ আছিল। জেলৰে সুধিলে "হুল কি বৰেণ বাবু?" ক্ষীণকায় বৰেণ বাবুৱে তীক্ষ্ণ কণ্ঠেৰে কলে, "কি হৈছে দেখিছেই। গুলি চলাওক বাট পৰিষ্কাৰ হ'ব। এজনৰতো শেষ কৰি আনিছেই।"

"কাৰ শেষ কৰিলো? আপুনি কি কৈছে?"

বৰেণবাবুৱে ঠাট্টাৰ সুৰত কলে, "চক্ খাই উঠিল নে কি? ভূপেশ সেন শেষ— সেই সু-খবৰ নেজানে কি?" "ভূপেশ সেন শেষ?" ফৰ্ম ওভোটাই নি গেটৰ ওচৰত ডিচমিচ কৰি দিলে। আটাইবোৰ অফিচলৈ ঢাপলি মেলিলো। কোৰ্টৰ কোনো চিন নাই। হাকিম, পেস্কাৰ, ইনস্পেক্টৰ সকলোবোৰ মন্ত্ৰৰ বলত হে যেনিবা নাইকীয়া হ'ল। মজিয়াত চিত হৈ পৰি আছে ভূপেশ সেন। কপালৰ আঘাটৰ পৰা তেজ বৈ আছে। ডাক্তৰে কপাহ আইদিন লৈ আহিল। পিছফালে ষ্ট্ৰেচাৰ লৈ দুজন কয়দী।

যি হ'বলগীয়া আছিল হৈ গল। আমাৰ দায়িত্ব ৰিপৰ্ট দিয়া। ৰিপৰ্টৰ ভাষাৰ জোৰ কিমান থাকিলে জেলৰ কাৰণে উপযুক্ত হ'ব; লগে লগে বগা মালিকৰো খঙো নুঠিব— এয়ে হ'ল বিবেচনাৰ বিষয়। প্ৰথমটোৰ ওপৰত জোৰ দিলে যুদ্ধপ্ৰত্যাগত সুপাৰ কেপ্তেইন বানাৰ্জীয়ে; দ্বিতীয় বিষয়ত জোৰ দিলে অভিজ্ঞ জেলাৰে। এই বিষয়ে লিখালিখি কৰি থাকোতেই চাইকেলৰে মানুহ পঠিয়াই জেলাৰলৈ বাৰ্তা আহিল এটা আকোৰগোজ কয়দীক দমন কৰাৰ কাৰণে কোৰ্টৰ ভিতৰতে কিঞ্চিৎ বল-প্ৰয়োগ কৰা হৈছিল। জেল চুপাৰৰ অফিচত এই কাম কৰিবলগীয়া হোৱাত তেওঁ দুখ প্ৰকাশ কৰিছে আৰু ক্ষমা বিচাৰিছে।

সুপাৰে চিঠিখন তালুকদাৰক দি কলে, "মানুহটো একেবাৰে কেচা, বিলাতৰ গোন্ধ তাৰ গাৰ পৰা যোৱাই নাই। নিজৰ মৃত্যুবান নিজেই পঠিয়াইছে" বুলি হোঁ হোঁ কৈ হাঁহিবলৈ ধৰিলে।

সুপাৰৰ উল্লাসিত হোৱাৰ কাৰণ আছিল। এই অহংকাৰী চাহাবে ক্লাবত সুপাৰক তুচ্ছ তাচ্ছিল্য কৰিছিল। এতিয়া তাৰ প্ৰতিশোধ লোৱাৰ উপযুক্ত সময়। চিঠিখন জেপত লৈ তেওঁ আনন্দত তেওঁৰ ওপৰৱালা অৰ্থাৎ জিলা মেজিষ্ট্ৰেটৰ ওচৰলৈ গল। তেৰো শ্বেতাঙ্গ কিন্তু আগৰ জনতকৈ বহুত বেলেগ। তেওঁৰ গাত পুৰা ভাৰতীয় চাপ। চিঠিখন পঢ়ি জেপত ভৰালে। সুপাৰক কলে, "আপুনি যে ইমান কষ্ট কৰিছে তাৰ বাবে মই কৃতজ্ঞ। যি কৰিব লাগে ময়ে কৰিম" বুলি হেণ্ডচেক কৰিবলৈ হাতখন আগবঢ়াই দিলে। সুপাৰে কোনোমতে হাত জোকাৰি ওলাই আহিল। মৃত্যু-বাণৰ পৰিণতি এনে হ'ব বুলি তেওঁ ভবাই নাছিল।

যথাৰীতি মেজিষ্ট্ৰেত আৰু শ্বেতাঙ্গ আই.এস, এসক লৈ এনকোৱাৰি কমিটি নিয়োগ কৰা হ'ল— তেওঁলোক সুপাৰৰ ঘৰত সমবেত হ'ল।

প্ৰথম আলোচনাৰ বিষয় ডাক্তৰী সাক্ষ্য-ৰিপৰ্ট দুখন— প্ৰথমখন কলিকতাৰ মেডিকেল কলেজৰ পৰা পাচ কৰা এম ও এস। দ্বিতীয়জন মিলিটাৰী ডাক্তৰ আই, এম, এস। এজন নগণ্য জেল ডাক্তৰ আৰু আনজন মহামান্য চিভিল চাৰ্জন। আমাৰ ডাক্তৰে লিখিছে ঘাঁ দোখৰ তিনি ইঞ্চি মান দীঘল আৰু এক ইঞ্চি দ। সম্ভৱ লাঠি বা তেনে কোনো জাতীয় বস্তুৰ দ্বাৰা আঘাট দিয়া হৈছে। চিভিলচাৰ্জনৰ মতে ঘা এক ইঞ্চি দীঘল আৰু এক ইঞ্চিৰ চাৰিভাগৰ এভাগ দ। কোনো টান বস্তুৰ ওচৰত পৰাত এনে হ'বলৈ পাৰে। জেলৰ ডাক্তৰক মাতি দুইটা ৰিপৰ্ট তেওঁৰ হাতত দি সুধিলে। "এই

বিষয়ে আপোনাৰ কিবা কবলৈ আছেনে?" "নাই চাৰ।" ৰিপৰ্ট মতে আপুনি পৰীক্ষা কৰিছিল ২৪ তাৰিখে, চিভিল চাৰ্জনে কৰিছে ২৫ তাৰিখে। এদিনত কোনো আঘাটৰ এনে উন্নতি হ'ব পাৰে বুলি ভাবেনে? ডাক্তৰে কলে, "মোৰ কবলৈ একো নাই।" আপোনাৰ ৰিপৰ্টৰ পৰা আমি ধৰিব পাৰিছো যে আপোনাৰ জ্ঞানৰ অভাৱ নতুবা আপুনি কোনোবা চৰকাৰ বিৰোধী প্ৰভাৱৰ অধীনত পৰিচালিত হৈছে।

ডাক্তৰে কলে, "সেই বিষয়েও মোৰ কবলৈ একো নাই।" আমাৰ অফিচৰ দুজন কেৰাণী প্ৰত্যক্ষদৰ্শী আছিল। সুপাৰৰ নিৰ্দেশত তেওঁলোকৰ জবান বন্দী লোৱাৰ বাবতো মোৰ ওপৰত পৰিছিল। তেওঁলোক দুয়োয়ে প্ৰকৃত ঘটনা প্ৰকাশ কৰিছিল। মেজিষ্ট্ৰেটে সুধিলে, "আপোনালোকে কিমানলৈকে পঢ়িছিল?" এজনে কলে, মেট্ৰিক পাচ, আই, এ পৰ্য্যন্ত পঢ়িছিল আনজনে কলে আই, এচ, চি পাছ। তেতিয়া হ'লে এই বিবৃতি আপোনালোকৰ নহয় বুলি ধৰি লব পাৰো।

"সেয়া আমাৰ ষ্টেটমেণ্ট।"

"এনেকুৱা ইংৰাজী আপোনালোকে কব বা লিখিব পাৰে?"

আমি বঙালীত কৈছিলো, ডিপুটি মলয় বাবুৱে ইংৰাজীলৈ অনুবাদ কৰি দিছিল।

"আঃ তাকে কওঁক মলয় বাবুৱে থিকমতে অনুবাদ কৰিছে নে নাই আপোনালোকে কেনেকৈ জানিব?" দুয়ো কেৰাণী নিৰুত্তৰে ৰল।

শেষত প্ৰবেশ কৰিলে কোৰ্ট ইনস্পেক্টৰ। তেওঁৰ মতে আসামী খুঙাল আৰু হাকিমৰে সৈতে দুই চাৰিটা কথা কটা-কটি হৈছিল। হঠাৎ আসামী হাকিমৰ ওপৰত জপিয়াই পৰাত হাকিমে হাতেৰে ঠেলা মাৰি দিলে— আসামী তাত থকা মেজ খনত পৰিল আৰু মেজৰ চুকটো লাগি আঘাট পালে।"

কমিটিৰ মেম্বৰ সকলে ইজনে সিজনৰ মুখলৈ চালে। তেওঁলোকৰ মুখত তৃপ্তিৰ ভাব দেখা গল। ইমান পৰে এন্ধাৰত খেপিয়াই ফুৰাৰ পিছত এতিয়াহে পোহৰৰ সন্ধান পালে।

কমিটিৰ সিদ্ধান্তৰ বিষয়ে আমাৰ কোনো সন্দেহ নৰল। চাহাব সকল যোৱাৰ পিছত ইনস্পেক্টৰ যাবলৈ ওলাওতে জেলাৰ চাহাবে কলে, "ইমান লৰালৰি কিয়? আহঁক এপিয়লা চাহ খাওঁ।" কোনোবা এটা ফিচিঙা ডেকাই আৰঁৰ পৰা কলে, "আপোনাৰ বৰ পৰিশ্ৰম হ'ল। ডিঙিটো চাহ এককাপৰে তিয়াই যাওঁক।" সুধাংশুৱে কলে, "সচা দেই যি এখন নাটক দেখিলো তাত আকৌ আটাইতকৈ ডাঙৰ পাৰ্টটো আপোনাৰ। বিবেকটোক কত লুকুৱালে দাদা?" আন এজনে কলে "দাদাৰ বিবেক চিবেকৰ দৰকাৰ নাই।" জেলৰ চাহাবে বিৰক্তি প্ৰকাশ কৰি দাবি দি কলে,

"উস্, মনে মনে থাকাহোন্।"

ইনস্‌পেক্টৰৰ কিন্তু খং নুঠিল, চাহ খাই খায়েই কলে, "কবলৈ দিয়ক, সৰু ল'ৰাৰ কথাত খং কৰিব নেপায়।"

অলপ বেলিৰ মূৰত সুধিলে, "বিবেকৰ কথা বাৰু কোনে কৈছিলা? তুমি বুলি কৈছো বেয়া নেপাবা দেই।"

"নেপাওঁ আপুনি কওঁক।"

ইনস্‌পেক্টৰে চিগাৰেটত হোঁপা মাৰি কৈ গল, "সত্য, নিষ্ঠা মহানুভৱতা ইত্যাদি ডাঙৰ ডাঙৰ কথা তোমালোকৰ বয়সত আমিও ভাবিছিলো— পিছে এতিয়া দেখিছো সেইবোৰে খদ্দৰ পিন্ধা সকলৰ টোপোলাত হে শুবায়। সংসাৰত উপাৰ্জ্জন কৰি যি দহখন মুখত টোপ দিব লাগে তেওঁলোকৰ এইবোৰ শুণে পেট নভৰায়। চাকৰিৰ একমাত্ৰ লক্ষ্য উন্নতি আৰু সেই উন্নতি হ'ব ওপৰৱালাক সন্তুষ্ট কৰি। দুটা মান মিছা কথা কলেই যদি কামটো হয় তাত দোষ কত?"

সুধাংশুৱে কলে, "একেবাৰে খাটি কথা কৈছে। আপোনাৰ চাকৰিত উন্নতি, প্ৰমোচন কোনে ৰাখে?"

এইবোৰলৈ আওকাণ কৰি কলে, "তোমালোককো কৈছো, চাকৰি যেতিয়া কৰিছা এই পথকে ধৰা। দুই নাৱত দুই ভৰি নিদিবা। কোনোবা দিনা কত বুৰিবা থিকনা নাই। সেই বিবেকৰ বোজা কোনো কামতে নাহিব।"

হৃদয় বাবুক বিচাৰি পালো জেলৰ ওচৰৰ এজোপা খেজুৰ গছৰ তলত।

"ইয়াত বহি কি কৰিছে?"

"ভাবিছো।"

"কি ভাবিছে?"

"ভাবিছো মোৰ ইতিহাস লেখাৰ কাম এইবাৰ আৰম্ভ কৰিবৰ হ'ল।"

"ইমান সোনকালে?"

"সোনকাল কত? তাহাঁতৰ দেখোন প্ৰায় হয়েই আহিল, ঘূণে ধৰা ঘৰ ভাঙিবলৈ কিমান বেলি লাগিছে?"

"কোনে কলে— সেই ইনস্‌পেক্টৰৰ দৰে লোহাৰ পিলাৰ থাকোতেও ভাগি পৰিব বুলি।"

"যিমানেই থাওঁক সিহঁতৰ দিন চমু চাপি আহিছে। ভীৰুৰ বাক্যহে বেছি দিন নিটিকে মলয় বাবু।"

"ভীৰু?"

হৃদয় বাবুৱে পোন হৈ কলে, "ভীৰু নহয়? তেৰ বছৰৰ আগৰ কথা মনত পেলাওক। ১৯১৯ চনত অসহায় নাৰী, শিশুৰ তেজৰে জালিবালাবাগ ৰাঙলি হৈছিল।

আমি এন্দুৰ মৰাৰ দৰে সিহঁতে ঘৰ বন্ধ কৰি মানুহ মাৰিলে। গুলি কৰিব নোৱাৰাৰ পিঠিত চাবুক ভাঙিলে। লাজপতৰায়ৰ নিচিনা মানুহক দিনে পোহৰে বুকুৰে চোচোৰাই নিলে প্ৰকাশ্য ৰাজপথত। তাৰ পিছত আহিল এনে এক কমিচন। জেনেৰেল ডায়াৰে কি কৈছিল মনত আছেনে? কৈছিল মাৰিলো ভাল কৰিলো আৰু গুলি থকা হ'লে আৰু মাৰিলোহেঁতেন। তেওঁৰ কথাৰ প্ৰতিধ্বনি তুলিলে মাইকেল ও ডায়াৰে। Dyer is right. তাৰ প্ৰেচ, পাৰ্লিয়ামেণ্ট, সভা সমিতিৰ অধিবেশনত তাৰ প্ৰতিধ্বনি উঠিল। আমাৰ ৰাজ্য আমি যেনে তেনে শাসন কৰিমেই। ভাবি চাওঁক সিহঁতৰ সাহসৰ বল। আৰু আজি? সামান্য এটা লাখুটিৰ খোচৰ চিন মচিবলৈ আই, সি, এস,; আই, এম, এস হওঁ বিতত হ'ল। ইনস্পেক্টৰক শিখণ্ডি কৰি জঘণ্য মিছাৰ আশ্ৰয় ললে। কিয় জানে কেইজনমান কাগজৱালাৰ ভয়ত।"

হৃদয় বাবুৰ মুখত ইমান দিনে এইদৰে ঘৃণাৰ ভাব, খঙৰ অভিব্যক্তি দেখা নাছিলো। তেখেতে আকৌ কলে, "জানে ছাগৈ ইংলণ্ডৰ প্ৰধান মন্ত্ৰীয়ে তেওঁলোকৰ শাসনৰ নাম দিছিল "ষ্টীল ফ্ৰেম।" সেই ফ্ৰেমত এতিয়া মামৰে ধৰিছে। গোটেই জাতটোৰ ৰাজহাড় বেকা হৈ হৈছে। ৰাজদণ্ড কঢ়িওৱাৰ আৰু শক্তি নাই। সেয়েহে কৈছো— এইবাৰ ইতিহাস লেখাৰ আৰু বেলি কৰাৰ কাৰণ নাই। আপুনি পিছে কাম এটা কৰিব লাগিব।"

"কি কাম?"

হৃদয় দাদাই অনুনয়ৰ সুৰত কলে, "বিশ্ববিদ্যালয়ত আপোনাৰ জনা শুনা দুই চাৰিজন পণ্ডিত নিশ্চয় আছে। চাব যাতে— মোৰ কিতাপখনে সমাদৰ পায়।"

বৈষ্ণৱ তীৰ্থযাত্ৰীৰ জীৱনৰ লক্ষ্য বৃন্দাবন দৰ্শন— আমাৰ লক্ষ্য চেণ্ট্ৰেল জেলত কাম কৰা। ডিষ্ট্ৰিক আৰু স্পেচিয়েল জেল বোৰ যেনিবা সৰু সৰু ষ্টেচন। চেণ্ট্ৰেল হ'ল টাৰ্মিনাস। আমাৰ প্ৰথম মনিব মোবাৰক আলিয়ে ক্ষুদ্ৰ পাৰ্ব্বত্য জেলখন চাই কৈছিল, "ছিঃ এয়া আকৌ জেল। চাকৰি কৰি সুখ পাইছিলো চেণ্ট্ৰেল জেলত। কৰ্ণেল মেকফাৰচন সুপাৰিনটেনডেণ্ট, জেলাৰ গণপতি সান্ন্যাল ইত্যাদি ইত্যাদি কৈ যাওঁতে তেওঁৰ চকু ঢুলঢুলীয়া পৰে। কোনো এক দুৰ্বল মুহূৰ্ত্তত তেওঁৰ জীৱনৰ চৰম আকাঙ্খা মোৰ আগত ব্যক্ত কৰিছিল। ৰাজত্ব, মন্ত্ৰীত্ব, জমিদাৰী একো নেলাগে— লাগে মাথো চেণ্ট্ৰেল জেলৰ জেলাৰ হ'বলৈ। কিন্তু হাঁয়! তেওঁৰ জীৱনৰ সেই আশা পূৰণ নহ'ল।

স্বদেশী স্পেশালৰ পৰা চেণ্ট্ৰেল জেললৈ আহোঁতে লাগিল যেন গাঁৱৰ পাঠশালাৰ পৰা মিচনাৰী স্কুললৈহে আহিছো। ইয়াত গণ্ডগোল নাই— সকলো সু-শৃঙ্খল আৰু সু-সংবদ্ধ। দুইফালে পৰিস্কাৰ বেৰেক। দাতিয়ে কাষৰে ফুলৰ বাগিছা। ইয়াৰ অধিবাসীতো পোচাক সুকীয়া। জাঙিয়া, কুৰ্ত্তা মূৰত টুপী। এওঁলোক ফাইলত বায়, ফাইলত বহে আৰু ফাইলত খায়। এওঁলোকৰ দৈনন্দিন জীৱন পেৰেডৰ সমাহাৰ। লেট্ৰিন পেৰেড, বেদিং পেৰেড, ফিদিং পেৰেড আৰু কত কি। এই পেৰেড চালনা কৰা কয়দীজনক কয় মেট। মেটে পিন্ধে কোট, ককালত পেটি, ভৰিত চেন্দেল। এই

মেটবোৰেই হৈছে কাৰা শাসনৰ ষ্টীল ফ্ৰেম। যাৰ ওপৰত জেলৰ নিয়মানুবৰ্তিতা নিৰ্ভৰ কৰিছে। আহাৰে, বিহাৰে, কৰ্মে, কুকৰ্মে কয়দীৰ জীৱন-যাত্ৰা মেট ৰাজতন্ত্ৰৰ দ্বাৰা শাসিত। তাহাত মেটৰ কথাত শোৱে মেটৰ মাতত উঠে।

চেণ্ট্ৰেল জেলৰ ৰাষ্ট্ৰতন্ত্ৰত সুপাৰৰ পূৰ্ণ আধিপত্য। তাৰ পিছত চীফ ৱাৰ্ডাৰ বা বৰ জামাদৰ। মেট ৰাজতন্ত্ৰৰ কৰ্ণধাৰ তেৱেঁই। চুপাৰৰ হাতৰ শাসন Rule of law বৰ জমাদাৰৰ হাতৰ শাসন Rule of awe। প্ৰথমটোতকৈ যে দ্বিতীয়টো বেচি কাৰ্য্যকৰী তাত দ্বিমত নাই। লাখুটিৰ মাহাত্ম্য যে কিমান জীৱন্ত তাক ইয়াত আহিহে দেখিলো— বঙ্কিম চন্দ্ৰই যি লাঠিমাহাত্ম্য লিখি থৈ গৈছে সেয়া অলপো অতিৰঞ্জিত নহয়।

কাৰাবাসৰ দুটা বিভাগ— সাধাৰণ বিভাগ আৰু উৎপাদন বিভাগ। প্ৰথমটোৰ দায়িত্ব শাসিত বাহিনীৰ পৰিচালন, খাদ্য, বস্ত্ৰ, স্বাস্থ্য আৰু ডিচিপ্লিন। দ্বিতীয়টোৰ দায়িত্ব শিল্প, বাণিজ্য আৰু কৰ্ম সংস্থাপন। চেণ্ট্ৰেল জেলত ঘানিৰ কাম, কাপোৰ বোৱা, সতৰঞ্চি বোৱা, দৰজি শাখা, বাহঁ, বেত আৰু লোহা লক্কৰৰ কাম। তাৰোপৰি জেল প্ৰাচীৰৰ চাৰিউপিনে বিৰাট শাক পাচলিৰ বাৰী।

ঘূৰি ঘূৰি আটাইবোৰ চালো। ফৰমেন পৰিতোষে সকলো বোৰ খৰচি মাৰি দেখুৱাই কলে, "সকলো মোৰ নিজ হাতেৰে গঢ়া। কিন্তু কি লাভ? কলা মানুহ ডিপুটি সুপাৰ হ'ব নোৱাৰে। পিতল কাহঁৰ কাৰখানাৰ বাদে সকলোতে পূৰ্ণোদ্যমে কাম চলি আছে। পৰিতোষে কলে, "এইটো কাহঁ পিতলৰ কাৰখানা। অলপ দিনৰ আগতে ইয়াত ঠিয় হলেই শব্দত মুৰ কামুৰি যায়।"

সুধিলো, "ইয়াত কি তৈয়াৰ হয়?'?

"বেচি ভাগ ঘণ্টা। জেলবোৰত যিবোৰ ঘণ্টা দেখিছে সেইবোৰ ইয়াতে তৈয়াৰী। অকল জেলেই নহয় থানা, কাছাৰী, চাৰ্চ, স্কুল, কলেজ কত ঠাইৰ পৰা আমি অৰ্ডাৰ পাওঁ। আপুনি পঢ়া স্কুলত যিটো ঘণ্টা বাজিছিল সেইটো হয়তো ইয়াতে তৈয়াৰী।"

"হয় ছাগে, সেই ঘণ্টাৰ টানতে এইখিনি পালোহি। পিছে কাম দেখোন বন্ধ? অৰ্ডাৰ নাই নে কি?"

"অৰ্ডাৰ আছে, যোগেন নাই।"

"যোগেন কোন?"

"যোগেন ইয়াৰ প্ৰশিক্ষক। সি কেইদিন মানৰ আগতে খালাচ পাইছে। তেনেকুৱা পৈনত শিল্পী আৰু পোৱা নাই। সেয়েহে মই সুপাৰক কৈছিলো অৰ্ডাৰবোৰ ওভোটাই দিয়ক। তেওঁ কি কলে জানে Let Jogen come। কথা শুনক, যোগেনে চুৰ কৰি ধৰা নপৰিলে আমি কেনেকৈ আনিম?"

আৰু কিছুদিন গল। অৰ্ডাৰে দ'ম পাতিলে। ডিপুটি চুপাৰ বিব্ৰত হ'ল। যোগেনৰ বন্ধু মহীউদ্দিনক মাতি চাহাবে কলে, "যোগেনৰ কি হ'ল? সি দেখোন নহা হ'ল।"

মহীউদ্দিনে কলে, “মই জেলৰ বাহিৰ নোলোৱাকৈ কেনেকৈ কম হুজুৰ?”

“তোমাৰ কিমান দিন বাকী আছে?”

“এৰৈশ দিন।”

“টিকত লৈ আহাঁ।” মহীউদ্দিনে টিকট আনিলত চুপাৰে উৎকৃষ্ট কামৰ পুৰস্কাৰ স্বৰূপে Special remission দিলে কুৰি দিন। মহীউদ্দিনে পিচ দিনাই খালাচ পালে।

সাতদিন মানৰ মূৰত যোগেন আহি চাহাবক চেলাম দি অফিচত ঠিয় দিলেহি। পকেট কটাৰ অপৰাধত আঢ়ৈ বছৰ জেল। এইবাৰৰে আঠ বাৰ তাৰ শুভাগমন হ'ল। চাহাবে ডেৰাজৰ পৰা অৰ্ডাৰবোৰ উলিয়াই যোগেনক দি কলে, ''তই বৰ বদমাচ অ', ইমান বেলি কিয় কৰিলি?'' পিচদিনাৰ পৰা কাহঁ পিতাৰ শব্দত পৰিতোষৰ মূৰৰ বিষ হ'ল।

সূৰ্য্যৰ চাডিফালে গ্ৰহ, উপগ্ৰহ ঘূৰাৰ দৰে শত শত যোগেনে এনেকৈয়ে ঘূৰি আহি লোহাৰ বেৰৰ মাজত সোমাই পৰেহি। কি প্ৰচণ্ড আকৰ্ষণ! পাচ-দহবাৰটো সাধাৰণ কথা চেণ্ট্ৰেল জেলত বিয়াল্লিচ বাৰ জেল খটা এজন মহাপুৰুষক লগ পাইছিলো। প্ৰথমে আহোঁতে হেনো তাৰ বয়স হোনো দহ, চৌৰাশী বছৰ বয়সত ইয়াতে শেষ নিঃশ্বাস পেলালে,।

ভদ্ৰ, বুদ্ধিমান কাৰিকৰী বিদ্যাত পাৰ্গত বহুতকে দেখিলো। যি জেলৰ বাহিৰত কোনো এটা কামক অৱলম্বন কৰি নিৰুপদ্ৰৱে জীৱন নিৰ্বাহ কৰিব পাৰে কিন্তু সিহঁত সেই বাটে নেযায়। জেলৰ হাতবাউল তাহাঁতৰ মানত অামোঘ।

সদায় এজন নহয় এজনে খালাচ পাইছে। এদিন ওস্তাদৰ নিচিনা এজনক ঘৰলৈ মাতি আনি সুধিলো, “ইয়াত কোনো নাই, সচাঁ কথা কবি।” মহেশে বিনম্ৰ সুৰেৰে কলে, ''হুজুৰৰ আগতনো মিছা কথা কব পাৰোনে?”

''জেললৈ কিয় আহ?”

মহেশে অসংকোচে কলে ''পাৰোতে আহোনে হুজুৰ। দহবাৰ পকেট মাৰিলে দুই এবাৰ ধৰাও পৰিব লাগে।”

“পকেট মাৰ কিয়?”

“আপুনিও যে। পকেট নেমাৰিলে খাম কি।”

“কিয়? দেশত কতই ভাতিৰ কাম কৰি খাইছে। তোৰ নিচিনা পাকৈত ভাতি এটাই কাম কৰি খাব নোৱাৰিলিহেঁতেন নে?”

“আপুনি পাহৰি গৈছে হুজুৰ, মই পুৰণা চোৰ। মোৰ দৰে চোৰক কোনে কাম দিব? আপুনি কৈছে ব্যৱসায় কৰিবলৈ। ব্যৱসায়ৰ মূল হ'ল বিশ্বাস। চোৰক কোনে বিশ্বাস কৰিব। হাতত টকা নাই। ধাৰত মাল কোনে দিব? নিজে বোৱা কাপোৰ

বেচিবলৈ গলেও চুৰ কৰি নিছো বুলি কব। তাৰ পিছত ঘূৰি পকি আকৌ জেল।"

"কোনো মিলত দেখোন চাকৰি কৰিব পাৰ।"

"চাকৰি দিব কিয়? চাকৰি দূৰৰে কথা, ভদ্ৰলোকৰ চুবুৰীত আশ্ৰয় পোৱাৰো উপায় নাই। চুবুৰীয়াৰ টোপনি খতি হ'ব, ভলণ্টিয়াৰে পহৰা দিব, পুলিচে ঘণ্টাই ঘণ্টাই দুৱাৰত টকিয়াই টকিয়াই ঘৰত আছো নে নাই খবৰ লব। তাৰোপৰি ওচৰত কৰবাত চুৰি ডকাইতি হ'লে হাত কেৰেয়া প্ৰথম মোৰ হাততে পৰিব।"

মোৰ খং উঠি গল, কলো "খুচিমত হাতকেৰেয়া লগালেই হ'ব নে? প্ৰমাণটো দিব লাগিব।"

প্ৰমাণ? কিমান প্ৰমাণ লাগিব? চুবুৰীৰ ভদ্ৰলোক সকলে স্তেপৰ পইচা খৰচ কৰি গৈ থানাত কব ইয়াক সিন্ধি খনা দেখিছো। কোনোবাই কব আমি বাকচ মূৰত লৈ লৰ মৰা দেখিছো। সাপৰ লগত একে ঘৰত বাস কৰিলেও চোৰৰ লগত একে চুবুৰীত থকা নেযায়।"

উত্তৰ দিবলৈ কথা বিচাৰি নেপাই সুধিলো—

"তথাপি গোটেই জীৱন জেলৰ কষ্ট"—

মহেশে মাজতে কলে, "কত কষ্ট দেখিলে। দুই তলা ঘৰ, তিনি বেলা পেট পুৰাই খোৱা। পৰিস্কাৰ চোলা কাপোৰ, জাৰৰ দিনত তিনিখন কম্বল, বেমাৰ হ'লে হস্পিটাল। দুই পাউণ্ড ওজন কমিলে মাছ-মাংস, ঘিউৰ ব্যৱস্থা এনেকুৱা আৰাম বাহিৰত কত পাব? এটাই মাত্ৰ প্ৰথমে কষ্ট আছিল এতিয়া সেইটো ও নাই।"

"কি নো সেইটো?"

"হজুৰে দোষ নধৰিব, সেয়া হৈছে নিচা, ডিঙিৰ ভিতৰত ফুটাতো কৰিব নোৱাৰালৈকে কষ্ট হৈছিল।"

ফুটাৰ কাহিনী যি শুনিলোঁ সি ভয়ঙ্কৰ আৰু আশ্চৰ্য্যজনক। এটা সীহৰ বল ডিঙিৰ এটা কিনাৰত দিনৰ পিছত দিন ৰাখি তিল তিলকৈ এটা গহ্বৰ তৈয়াৰ কৰে। যন্ত্ৰণা ভীষণ কেতিয়াবা মৰিও যাব পাৰে। দুই চাৰিজন সীহৰ বল ডিঙিত লাগি মৰিছেও। ফুটাৰ ঘাঁ শুকালে বলটো পেলাই দি সেই ফুটাত সিকি, আধলি, সোণ, ৰূপ থয়। এই গোটাই খোৱা সম্পত্তিৰ বিনিময়ত পায় ভাং, মদ, ধপাত, কানি যিমান নিচাৰ উপকৰণ আছে সকলো। যি সকলে এই বস্তুৰ যোগান ধৰে আইনৰ মতে তেওঁলোকৰ কাম এইবোৰ নিষিদ্ধ বস্তুৰ প্ৰৱেশ বন্ধ কৰা। গাৰ্ডৰ পৰা উলিয়াই দিয়া ধন সোণৰ সোঁতত অহাতৰ কৰ্ত্তব্যবোধ উটি যায়।

মোৰ কৌতূহল দেখি মহেশে তাৰ গাৰ্ডৰ পৰা এডোখৰ সোণৰ টুকুৰা উলিয়াই দেখুৱালে। তাৰ পিছত আকৌ বস্তুটো যথা স্থানত থৈ অনেক সুখ-দুখৰ কথা কৈ বিদায় ললে। এদিন সুধিলো "গোটেই জীৱন জেলত আছ। দ'ৰা তিকতাৰ কাৰণে বেয়া নেলাগেনে?"

মহেশে কলে, "পৰিবাৰ, পৰিয়াল থাকিলেহে। আমাৰ সেইবোৰ জঞ্জাত নাই।'?

আচৰিত হৈ সুধিলো, "এয়া কি কৈছ— কত মাইকী মানুহ তহঁতক দেখা কৰিবলৈ আহে। কোনোবাই লিখে স্বামী, কোনোবাই স্বামীৰ ভাই।" মহেশে হাঁহি হাঁহি কলে, "স্বামী-তামী নিলিখিলে জানো আপোনালোকে দেখা কৰিবলৈ দিব। কোনোজনীয়েই প্ৰকৃত ঘৈণী নহয়।" অলপ ৰৈ কলে, "আচল ঘৈণী নহল কি হ'ল? ইহঁত আমাৰ এসময়ৰ বন্ধু। ৰোগে শোকে ইহঁতে নেচালে চাওঁতা নাই। সেইবাৰ ৰামদীন কহাঁৰৰ বসন্ত হ'ল— বিমলাই কিমান যে শুশ্ৰূষা কৰিলে, শেষত নিজৰো হলত ৰামদিনে হস্পিটালত খবৰ দি তাইক এম্বুলেঞ্চত পঠিয়াই দিলে। এম্বুলেঞ্চ দেখি কিমান যে কান্দিছিল বিমলাই। ভাগ্যৰ বলত তাই জীয়াই থাকিল যদিও চকু দুটা অন্ধ হ'ল। এতিয়া তাই ভিক্ষা কৰে।

মহেশ গুচি গল। বাহিৰৰ পৰা মানুহৰ ভাল কৰি যোৱাৰ নিচিনা বিড়ম্বনা নাই বুলি কৰবাত পঢ়া মনত পৰিল। অথচ আমি এই বিড়ম্বনাকে কৰি আছো। এই পাপীবোৰৰ উদ্ধাৰৰ কাৰণে এদল মানুহৰ চিন্তাৰ অন্ত নাই। যি সকল পণ্ডিতে Crime ৰ বীজানুৰ বিষয়ে চিন্তা কৰে, সেই বীজানুৰ অৱস্থান মগজুত নে তেজত তেওঁলোকৰ কথা সুকীয়া। Crime ৰ অৱস্থান পাৰিপাৰ্শ্বিক অৱস্থা বুলি যি চিঞৰ-বাখৰ কৰে, কাগজত লিখি পাঠকৰ কাণৰ কণামাকৰি সকৰাই তেওঁলোকৰ কথাও কোৱা নাই। জেল সংশোধনৰ নিচান লৈ যি ধ্বনি দিয়ে মই তেওঁলোকৰ কথাহে কৈছো। বৰ কষ্ট কয়দীবোৰৰ কম্বলৰ চোলাটোৱে ফুটে তলত কপাহী কাপোৰৰ লাইনিং এটা দিব লাগে। বিচনাৰ কম্বলৰ ওপৰত এখন বিচনা চাদৰ দিব লাগে। মাছৰ টুকুৰা ডাঙৰ কৰিব লাগে। তাহ্যতে বিড়ি খাবলৈ নেপায়, এক বান্দিলকৈ বিড়ি দিয়া হওঁক। মাজে মাজে বক্তৃতা দিয়া হওঁক। গান-বাজনাৰ কাৰণে ৰেডিঅ' চেট এটাৰো প্ৰয়োজন। গান-বাজনাৰো প্ৰয়োজন। Man does not live by bread alone। সন্ধিয়াৰ পিছত সকলোৱে প্ৰাৰ্থনা কৰক অৰ্থাৎ জেলক কোনেও যাতে জেল বুলি নেভাবে। খোৱা, শিক্ষা, থকাত আৰাম দিয়ক। হতভাগ্য কয়দীৰ দুখত সমাজ সংস্কাৰক সকলৰ হৃদয় দ্ৰবীভূত হৈছে, পিছে বন্দীৰ হৃদয়ৰ খবৰ এওঁলোকে কোনো দিন পোৱা নাই। এওঁলোকৰ এজনক লক্ষ্য কৰিয়েই মহেশে কৈছিল, "সকলোতকৈ অসহ্য আপোনালোক ভিজিটৰ বাবুসকল। আমালৈ যিহে কৃপাৰ দৃষ্টিৰে চাব। এবাৰ এজন বুঢ়াই (শুনিছিলো তেখেত ৰায় বাহাদুৰ) আহি সুধিলে, "কি খোৱা? তোমালোকৰ ইয়াত কি অসুবিধা?" এনেকুৱাবোৰ কথা শুনিলে গা জ্বলি যায়। কলো "বাবু, জেলৰ ভিতৰত কি খাওঁ সেইটো খবৰ নলৈ জেলৰ বাহিৰত কি খাম তাৰ চিন্তা কৰক।" কথাটো ৰায় বাহাদুৰে ভাল নুশুনিলে। উচাৎ মাৰি গুচি গল। এনেকুৱা কত দেখিলো। জেলত থাকোতে তেওঁলোকৰ আমাৰ প্ৰতি প্ৰেম উঠলি উঠে। বাহিৰত তলং ভটঙকৈ ঘূৰি ফুৰিলেও কোনেও নোসোধে। তেতিয়া তেওঁলোকৰ চিন্তা এই জেল খটা কয়দীটোক আকৌ কেনেকৈ জেলত ভৰোৱা যায়।

যোগেন, মহেশ বহুতৰে মুখ আঙ্কি ছায়াছবিৰ দৰে মনলৈ আহিছে। কিছুমান স্পষ্ট, কিছুমান অস্পষ্ট হৈ পাহৰণিৰ গৰ্ভত হেৰাই গৈছে। ইহঁত কোনোবা এটাই মোৰ এই বেতৰ চকীখন সাজি দিছিল। ইমান দিনৰ পিছতো যেতিয়া এই চকীখনত বহো ৰহিম শেখ নামৰ শকত-আৱত, হাঁহিমুখীয়া, টৌ খেলোৱা চুলিৰে এটা বেত-শিল্পীলৈ মনত পৰে।

ৰহিমে ধপাত, ভাং বিড়ি একো নেখাইছিল। তাৰ নিচা আছিল চুলিত— কেশবিন্যাসৰ কাৰণে তেলৰ প্ৰয়োজন— সেই তেল কিছু তাৰ মুৰত ঘঁহিছিল আৰু কিছু পৰিছিল জমাদৰৰ ভৰিত। তাকে নকৰা হ'লে কোনোবাদিনাই তাৰ টৌখেলোৱা চুলি কেচিৰ মুখত পৰিলহেঁতেন। তেল কিনিবলৈ তাৰ ডিঙিৰ গাঁতত যি ধন সাঁচিব লাগিছিল সেয়া ধন ভাং, চুৰট কিনাতকৈ কম নাছিল। বি ক্লাচ কয়দীৰ এটা নিকৃষ্ট বেমাৰ আছিল, যাক জেলৰ ভাষাত কয় ডেকাৰ বেমাৰ। জেলৰ অপৰাধৰ মূলত এই ল'ৰাবোৰ যাৰ কাৰণ তাহঁতৰ স্ত্ৰী-সঙ্গ বৰ্জিত দীৰ্ঘ কাৰাবাস আৰু জেলৰ ভিতৰৰ কলুষিত পৰিবেশ। ইয়াৰ তাড়ণাতে জেলৰ বেৰেক বোৰত কত কুটিল ষড়যন্ত্ৰ, জঘণ্য হিংসাপৰায়ণতা, আঘাট প্ৰতিঘাটৰ বীভৎস লীলা ঘটে তাৰ ইতিহাস লিখা নহয়।

হস্পিটালৰ পৰা ৰহিমে পাই আধাসেৰ গাখীৰ, ৰহিম সেই গাখীৰৰ বাহক হৈ, ভোগত লাগে এটা সোতৰ ওঠৰ বছৰীয়া স্বাস্থ্যবান যুবকৰ। ইয়াৰে পৰা জেলত হুলস্থূল লাগিল। ডেগাৰ লোৱা পৰ্য্যায়লৈও গল। ৰহিমৰ প্ৰতিপক্ষ আছিল পটল। ৰহিম বেচিকৈ আঘাট প্ৰাপ্ত হোৱাত সুপাৰে তাৰ শাস্তি কমাই দিলে। ৰহিমৰ ধাৰণা সেই শাস্তি কমিল মোৰ অনুগ্ৰহতহে।

খালাচ হোৱাৰ পিছত মোক লগ কৰিবলৈ আমাৰ ঘৰলৈ আহিল। মই সিয়েই সস্তা বেতৰ চকী খনত বহি আছিলো। ৰহিমে চকীখন চাই কলে, "এইখন বৰ লৰালৰিকৈ সাজিলো বস্তুটো ভাল নহ'ল এইবাৰ আহি নতুন ডিজাইনৰ এখন সাজিম, সেইখন চকীত বহিলেই হুজুৰৰ মোলৈ মনত পৰিব।"

মই কলো, "নেলাগে দে, তই আৰু আহিব নেলাগে। অলপ দিনৰ ভিতৰত তোক এটা চাকৰি দিয়াৰ চেষ্টা কৰি আছো।"

ৰহিমে ব্যস্ত হৈ বাধা দি কলে, "তেনে কাম কেতিয়াও নকৰিব।" তাৰ আপত্তিত হাঁহি উঠি কলো, "কি হ'ল চাকৰিৰ কথা শুনি তোৰ ভয় লাগিল হবলা।" ৰহিমে এইবাৰ পোনপটীয়াকৈ কলে, "মোৰ কাৰণে চাকৰি নিবিচাৰিব। মোৰতো উপকাৰ নহ'বই, আপুনিও বিপদত পৰিব।"

আচৰিত হৈ সুধিলো "মই আকৌ বিপদত পৰিম কিয়?"

ৰহিমে বাৰান্দাত ভালকৈ বহি লৈ আৰম্ভ কৰিলে, "শুনক তেন্তে এটা গল্প কওঁ। এবাৰ জেলৰ পৰা খালাচ পাওঁতে চাহাবে চাৰি টকা বকচিচ্ দিলে, দুদিনৰ খোৱা খৰচ বাৰ অনা আৰু শিয়ালদহলৈ যোৱা ৰেলৰ পাচ। কিন্তু দুৰ্মতিয়ে দেখা দিলে,

ভাবিলো— কলিকতালৈ নগৈ ইয়াতে কাম কাজ এটা বিচাৰি লব পাৰো দেখোন। বেতৰ কাম মই ভালকৈয়ে জানো। দিনতো কাম বিচাৰো আৰু ৰাতি প্লেটফৰ্মত শুই থাকো। চাওঁতে চাওঁতে টকা কেইটা শেষ হ'ল।

সেইদিনা সন্ধিয়া লগিছে। দিনটো একো খাবলৈ পোৱা নাই। মোৰ গাৰ কাষেদিয়েই জেপত এজাপ নোট লৈ মাৰোৱাৰী বাবু এজন পাৰ হৈ গল— হাতৰ খজুৰতি উঠিল। মানুহজন বৰ ভোদা, বেগটো লবলৈ এক চেকেণ্ড মানহে লাগিলহেতেঁন। কিন্তু নিজক চম্ভালি পেলালো। পুৱতি নিশাতে পিঠিত জোতাৰ কোব খাই চকু মেলি দেখো পুলিচৰ হাবিলদাৰ। সুধিলো "এনেয়ে মাৰিছে কিয়?"

"কথা কবলৈ আহিছ" বুলি চুলিত ধৰি টানি তুলি থানালৈ নি এশ ন ধাৰাত চালান দিলে। সেইদিনা দেওবাৰ। ওৱাৰেণ্ট এচ, ডি, অ চাহাবৰ ঘৰলৈ গৈ চহী কৰাব লাগিব। মোক বান্ধি লৈ গল। কোনোবাই কলে, "হাকিমটো হেনো চেৰা বলিয়া, আসামী নেদেখাকৈ চহী নকৰে।"

ঘৰৰ আনফালে টেনিচ কৰ্ট। চাহাবৰ পৰিবাৰে চকী এখনত বহি উল গুঠি আছিল। ভদ্ৰমহিলাৰ বয়স কম দেখিলেই অন্তৰত মায়া দয়া থকা যেন লাগে। ওচৰত এখন বেতৰ মেজ। মই ওচৰ চাপি কলো, "মেমচাহাব, আপোনাৰ সেই মেজখন পালিচ কৰিবৰ হ'ল। দুদিন খাবলৈ পোৱা নাই অনুগ্ৰহ কৰি যদি মোক কামটো দিয়ে"— প্ৰথমতে তেওঁ চক্ খাই উঠিল। পুলিচ দুটাও খেদা মাৰি আহিল। তাহাঁতৰ হাতৰ ইচাৰাৰে আঁতৰি যাবলৈ কৈ সুধিলে, "তুমি পালিচৰ কাম জান নেকি?"

"জানো মেমচাহাব।"

তেওঁ সুধিলে "তুমি চুৰ কৰিছিলা?"

"নাই কৰা, চাৰিদিনৰ আগতেহে জেলৰ পৰা ওলাইছো, কাম বিচাৰি ফুৰিছিলো-ষ্টেচনৰ পৰা এনেয়ে ধৰি আনিছে।"

মেমচাহাব ভিতৰলৈ গৈ অলপ বেলিৰ পিছত চাহাবৰে সৈতে ওলাই আহিল। চাহাবে মোক কিবা কিবি সুধি অলৈ-তলৈ ফোন কৰি পুলিচ দুটাক কলে,

"আচামীক এৰি দে।"

দহ বাৰ দিন ধৰি তেখেত সকলৰ ফাৰ্নিচাৰ পালিচ কৰি দিলো। ৰং আদি কিনাৰ টকা মোৰ হাততে দিলে। ময়ে কিনি আনি হিচাপ দিব খোজোতে হিচাব নললে। কাম দেখি মেমচাহাবে বৰ ভাল পালে। খোৱা বোৱা তাতেই দিলে; তাৰোপৰি দহ টকা বকচিচো দিলে। ইপিনে চাহাবে মোৰ কাৰণে কাম বিচাৰিলে। এদিন সুধিলে "তুমি কি কি কাম জানা?"

"সকলো ধৰণৰ বেতৰ কাম জানো। মেমচাহাব বহি থকা চকীখন ময়েই জেলত থাকোতে সাজিছিলো।"

"হয় নে কি?"

তেখেতৰ ঘৰৰ কাম শেষ হলত চিঠি এখন দি দূৰৰ গাৱঁত কোনোবা জমিদাৰে স্কুল খুলিছিল তালৈ মোক পঠিয়াই দিলে। ভদ্ৰলোকে তেওঁৰ স্কুলৰ ল'ৰাক হাতে কামে অৰ্থাৎ তাঁত, কাঠৰ কাম, বেতৰ কাম, কমাৰৰ কাম শিকোৱাৰ ব্যৱস্থা কৰিছিল।

মই মাহে কুৰি টকা দৰমহাত বেতৰ মাষ্টৰ হলো। যাওঁতে এচ, ডি, অ চাহাবে কৈ পঠিয়াইছিল তুমি যে জেল খটা কাকো নকবা। মোৰ মনে মনে হাঁহি উঠিছিল। দাগী চোৰৰ গাত যে জেলৰ গোন্ধ থাকে ল'ৰা মানুহ হাকিমে ধৰিব পৰা নাই।

এমাহ মানৰ ভিতৰতে পুলিচৰ চেষ্টাত সকলো জনা জনি হ'ল। ছাত্ৰই সমস্বৰে কলে— আমি চোৰৰ পৰা কাম নিশিকো। মই ভাবিলো মোৰ চাকৰিতো শেষেই হ'ব মনে মনে আতঁৰি যোৱাই ভাল। এনে সময়তে পুখুৰী ঘাটৰ পৰা জমিদাৰৰ স্ত্ৰীয়েকৰ ডিঙিৰ হাৰ চুৰি হ'ল। পুলিচে মোক ধৰিলেহি, পিঠিতো কোব দিলে ভালকৈ। জমিদাৰে মকৰ্দ্দমা কৰিবলৈ নিদিলে। মোক মাতি নি এমাহৰ দৰমহা বেছিকৈ দি কলে, "জোতা দেখিছ?"

"দেখিছো'?

"তোক যদি আমাৰ জমিদাৰীৰ চাৰিসীমাত দেখো এই জোতাৰে পিঠিৰ চামৰা এৰুৱাই দিম বুজিছ।" জমিদাৰে দাৰোৱানক মাতিলে।

দাৰোৱানে মোক কাণত ধৰি টানি লৈ যাওঁতে কোৱা শুনিলো "বাবুৱে কৈছে ভাল বলিয়া এচ, ডি, অ' এটা আহিছে। বাবুৱে কলে বেতৰ মাষ্টৰ এজন দিয়ক— পঠিয়ালে দাগী চোৰ এটা।"

কাম কৰি খোৱাৰ চখ্ শেষ হৈছিল। পুৰণা বৃত্তিকে ধৰি ষ্টেচনতে এজনৰ পকেট মাৰি পকেট গৰম কৰিলো। কিছুদিন পিছত আকৌ পুৰণা জেল।

মই কলো, "ৰক্ষা পৰিলি নহয় জানো?"

"কৈছেহে নে" বুলি ৰহিমে লগে লগে উত্তৰ দিলে, "বাহিৰত থাকিলে লাগে যেন পৰৰ ঘৰত আছো। জেলতহে নিজৰ ঘৰ যেন লাগে, পাৰোতেনো মানুহে জেলক শ্ৰীঘৰ বোলেনে?"

"বাক সেয়া বাক হ'ল। পিছে মোৰ কি বিপদ হ'ব বুলি কৈছিলি?"

ৰহিমে অপ্ৰস্তুত হৈ কলে, 'আচল কথাটোকে পাহৰিছো, কলিকতালৈ আহি সিদিনা পটলক লগ পালো। সি কলে এচ, ডি, অ' চাহাবৰ হেনো চাকৰি লৈ টনা টনি। এটা দাগী চোৰক নিজৰ ঘৰত থাকিবলৈ দিছিল। চাকৰি যোগাৰ কৰি দিছিল। তেওঁৰ ওপৰৱালা বোলে খঙত একো নাই হৈ আছে। কৰবাৰ বেয়া ঠাইলৈ বোলে বদলি কৰি দিলে। সেই কাৰণেহে কৈছো চাৰ আপুনি এইবোৰ জঞ্জালত নোসোমাব।"

ৰহিম গল যদিও তাৰ কথা বোৰকে মই ঘূৰাই পকাই চিন্তা কৰি আছো। কথাৰ মাজতে সি এবাৰ কৈছিল— "আমি দাগী। আমাৰ দাগ কোনোকালে নেযাবনে?"

উত্তৰ দিব নোৱাৰিলো। হয়টো এই প্ৰশ্নৰ উত্তৰ নাই। মাজে মাজে ভাবো তাইঁাত দাগী নহয়— দাগ পৰিছে আমাৰ মনত আমাৰ চকুত। আমি ভদ্ৰ, সভ্য, সৎ মানুহ। কোনো দিন মানুহটোৱে জেল খটাৰ কথা নেপাহৰো। সমাজৰ সি যি স্তৰৰ স্থান এৰি থৈ আহিছিল আমি সেই স্তৰলৈ ঘূৰি যোৱাৰ সুবিধা নিদিও। তাৰ কপালত যি দাগ লাগিল আমাৰ চকুত কেতিয়াও সেই দাগ মোচ খুৱাব নোৱাৰো।

বহু দিনৰ আগৰ কথা এটা মনত পৰিল। তেতিয়া কলেজত পঢ়ো। কিবা এখন সাহিত্য সভাত শৰৎচন্দ্ৰক লগ পোৱাৰ সৌভাগ্য হৈছিল। তেখেতৰ দ্বাৰা লিখা পতিতা চৰিত্ৰৰ বিষয়ে এটা প্ৰশ্ন কৰোতে তেখেত হঠাৎ গম্ভীৰ হৈ গল। শুৰ শুৰিৰ নলি হাতৰ পৰা সৰি পৰিল। উদাস চকু দুটাৰ দৃষ্টি বহুত নিলগত আৱদ্ধ হ'ল। কোনোবা অলক্ষ্য বস্তুত চকু ৰাখি কলে, "থিক বুজি নেপাওঁ যদিও পতিতাক লৈ বহুত কথাই ওলাইছে। মই তেওঁলোকৰ বহুত কথাই জানো। তেওঁলোকৰ মাজতো এনে গুণ আছে যাক বহুতো ডাঙৰ সমাজতো পোৱা নেযায়। ত্যাগ, ধৰ্ম্ম, দয়া, মায়া, প্ৰেম, মনুষ্যত্ব প্ৰত্যেকটো গুণ তেওঁলোকৰ মাজত আছে। কোনো মানুহে এবাৰ বেয়া কাম কৰিলে বুলিয়েই আৰু সজ কামৰ যোগ্যতা নাইকীয়া হ'বনে? এই কথা ভাবিবলৈ মোৰ বেয়া লাগে।"

বাহিৰত গধূলিৰ আগমন, সৰু বাৰান্দা এখনত আমি দুটা ডেকা ছাত্ৰ। আমালৈ নোচোৱাকৈ নিজকে কোৱাদি এই কেইটা কথা কৈ গল। আজি আকৌ দাগী চোৰ ৰহিমক দেখি মানৱ দৰদী সেই কথাশিল্পীৰ বেদনাসক্ত কথা কেইষাৰ মনত পৰিছে। ভাবিছো ইহঁত অকল বেয়াই নে তাহাতৰ মাজত সজ কামৰ যোগ্যতা থকা কোনো নাইনে?

বহুত দূৰৰ পৰা টমাচ হাৰ্ডিৰ মানস কন্যা টেসৰ মাত শুনিছো। এৰাতিৰ মুহূৰ্ত্তৰ দুৰ্ব্বলতাই তেওঁৰ জীৱনলৈ লাজ, কলঙ্ক আৰু অভিশাপ কঢ়িয়াই আনিছিল। সেই চেকা যেতিয়া গোটেই জীৱনত মোচ নগল তেওঁৰ আৰ্ত্তকণ্ঠত ধ্বনিত হৈছিল এটা প্ৰশ্ন "The recuperative power of nature is denied to maidenhood alone? ভঙা গঢ়াই প্ৰকৃতিৰ নিয়ম। লঠঙা গছত পুনৰ আবিৰ্ভাৱ হয় কুঁহিপাতৰ। পুত্ৰশোকো প্ৰকৃতিৰ বিধানত মাতৃৰ বুকুত এদিন শাম কাটে কিন্তু মুহূৰ্ত্তৰ ভুলত কুমাৰীৰ কৌমাৰ্য্য নষ্ট হ'লে তাক কিয় পাহৰিব নোৱাৰে। প্ৰকৃতিৰ অপৰাজেয় শক্তি ইয়াতে ব্যৰ্থ হ'বনে?

টেসে তাৰ উত্তৰ পালেনে নাই নেজানো। কিন্তু ৰহিমৰ প্ৰশ্ন আজিও অমীমাংসিত। লোহাৰ ৰডৰ বেৰৰ ভিতৰত থকা শত শত জনৰ এই এক নিৰ্বাক প্ৰশ্ন— আমাৰ এই দাগ মোচ নেযাবনে? প্ৰাণপূৰ্ণ ভালপোৱা লৈ যদি কেতিয়াবা টমাচ হাৰ্ডি বা শৰৎ চন্দ্ৰ ঘূৰি আহে তেতিয়া হয়টো ইয়াৰ উত্তৰ পোৱা যাব।

পোন্ধৰ বছৰৰ পিছৰ কথা। ইতিমধ্যে সাতখন মান জেল ঘাগৰি আকৌ কলিকতা পাইছোহি। যোৱা বছৰ ডাঙৰ ছোৱালী বিনুক বিয়া দিলো। জামাইষষ্ঠীৰ বস্ত্ৰ

পঠিয়াবলৈ গৃহিণী মহা ব্যস্ত। মোৰ ওপৰত হুকুম— এপাচি লেঙেৰা আমো পঠিয়াব লাগিব। দুপৰীয়া ৰদত আম কিনিবলৈ গৈ এঠাইত দৰ দাম কৰি টকা দিব খোজো জেপ সুদা। কোন তলকত ঘটনাতো ঘটিল ততকে ধৰিব নোৱাৰিলো। উভটি যাবলৈ বাচ ভড়াও নাই। লাহে লাহে খোজ কাঢ়ি গৈ আছো।

"সেলাম হুজুৰ।"

চক্ খাই উঠিলো, মাতটো চিনাকী যেন লাগিল। চাই দেখো চাপৰ, কলা, কেচা পকা দাঢ়িৰে এটা মানুহ।

"কোন ৰহিম নে কি বাৰু?"

"হয় হুজুৰ। দুখীয়াক পাহৰা নাই তেন্তে।"

"কেনে আছ ৰহিম?'?

"আপোনালোকৰ আশীৰ্ব্বাদত ভালেই আছো।"

মোলৈ অলপ বেলি চাই কলে, "আপোনাক শুকান শুকান দেখিছো গা বেয়া নে কি?"

পঞ্চাশ টকা মান আছিল বেগটোত মনটো বেয়া লাগি আছিল কলো— "গা ভালেই পিছে"

ৰহিম উৎসুক হৈ ৰৈ আছিল। মই হাঁহিবৰ চেষ্ট কৰি কলো "মনিবেগটো চোৰ হ'ল" ৰহিমে ব্যস্ত হৈ সুধিলে, "কেতিয়া? কত?" কলো "সেই আমৰ দোকানৰ ওচৰত আধা ঘণ্টামান হ'ব। বাৰু যি হ'ল হ'ল তই আছ ক'ত— কাম কাজ কিবা.................."

ৰহিমে তাৰ উত্তৰ নিদি কলে, "আপুনি অলপ ৰব হুজুৰ। মই এতিয়াই আহিছো" বুলি লৰ মাৰিলে। মই তাতে ৰৈ থাকিলো। পোন্ধৰ মিনিট, বিশ মিনিট, আধা ঘণ্টা মান হ'ল। হঠাৎ মনত পৰিল মই এয়া কি কৰিছো? এটা পুৰণা চোৰে ৰবলৈ কৈ গল আৰু মই ৰৈ আছো। যাবলৈ ওলাওতেই ৰহিম লৰি লৰি আহি মোৰ ওচৰ পালেহি। চোলাৰ জেপৰ পৰা দুটা বেগ উলিয়াই সুধিলে, "কোনটো আপোনাৰ।'?

মই নিজৰ বেগ ডাঙি ললো।

ৰহিমে কলে, "মেলি চাওঁকছোন, থিক আছেনে নাই? চালো সকলো থিকেই আছে। ৰহিমক সুধিলো, "কত পালি?" সি হাঁহি মাৰি কলে, "অনেক কথা হুজুৰ। আপুনি নুবুজিব। ল'ৰাটো সক, আপোনাক চিনি নেপায় নহয়। পিছে বৰ বিশ্বাসী। একো কোৱা নাই গোটেই বেগ জমা দিছে। সৰ্দাৰৰ আগত আপোনাৰ কথা কওঁতেই উলিয়াই দিলে। সৰ্দাৰ বৰ ব্যস্ত। নহলে নিজেই আহিলহেঁতেন। আপুনি আমাৰ দোষ ক্ষমা কৰিব। মই এখন দহ টকাৰ নোট ৰহিমৰ হাতত দিওতেই সি হাতজোৰ কৰি পিচ হুইঁকি গল। মোৰ ভৰি চুই কলে, "মোৰ আৰু দোষ নবঢ়াব।"

মই জোৰ নকৰিলো। "ইমান বাট আম কিনিবলৈকে আহিছিল?"

"এৰা অ' ডাঙৰ ছোৱালীজনীৰ শহুৰেকৰ ঘৰলৈ পঠিয়াব লাগে। ইয়াত ভাল আম পাই বুলি শুনি আহিছিলো।"

ৰহিমে কলে, "ইয়াত আপুনি কেনেকৈ কিনিব?

বলক মই কিনি দিওঁ।"

মোৰ উৎসাহ কমি গৈছিল কলো, "থাওঁক দে, সেইফালেই কৰবাত কিনিম।"

ৰহিমে কলে, "আপুনি বজাৰত সোমাব নেলাগে। "এই চুকটোত ৰওক, মই পাচ মিনিটৰ ভিতৰতে আহিছো।" বুলি মোৰ উত্তৰৰ অপেক্ষা নকৰি সি গুচি গল।

দহমিনিট মানৰ পিছত দুপাচি লেঙেৰা আম কুলিৰ মূৰত দি উভটি আহি গাড়ী এখনৰ ওপৰত আম খিনি তুলি কচোৱানক কলে, "বাবুক থৈ আহগৈ।"

মই আমৰ দাম সুধিলো, ৰহিমে হাত জোৰ কৰিলে। মই বিৰক্ত হৈ কলো, "এনেয়ে তই ইমান বোৰ টকা কিয় দিবি? "দিলেও মই লম কিয়?"

ৰহিমে কলে, "আপোনাক দিয়া নাই হুজুৰ। বিনুমাক দিলো। কিমান সৰুতে দেখিছিলো আপোনাৰ কাম কৰা ল'ৰাই গেটৰ ওচৰলৈ লৈ আহে দুবছৰীয়া ধুনীয়া ছোৱালীজনী। আমাৰ সেই সৰু বিনুমা ডাঙৰ হ'ল, বিয়া হ'ল। দুখীয়া ৰহিমে নো কি দিম? বিনুমাক দুটামান আমকে দিলো।"

মোৰ ডিঙি সোপা মাৰি ধৰিলে, চকু চলচলীয়া পৰিল, আমৰ দাম দিব নোৱাৰিলো।

ঘৰ পাই গাড়ীৰ ভাৰা দিব খোজোতে কাচোৱানে চেলাম কৰি কলে যে তাক ভাড়া দি দিয়া হৈছে।"

"কোনে দিলে?"

"ৰহিমে।"

"নাই, তাক সেই টকা ঘূৰাই দিবা। ভাড়া মোৰ পৰা লবই লাগিব।"

কচোৱানে ভয়ে ভয়ে কলে, "আপুনি কি কৈছে বাবু? সেই ৰহিমক আপুনি চিনি নেপায়। ভাড়া ললে পুতি থব।"

শুনিছো প্ৰাণী বিজ্ঞানমতে মিছা মাছ মাছ নহয়। আমি মৎসভোজীৰ কাৰণে খবৰটো চমকপ্ৰদ সন্দেহ নাই। ইযাতকৈও চমক খালো যেতিয়া শুনিলো ভূতনাথ দাৰোগা দাৰোগা নহয়; ডি, এচ, পিহে। চৰকাৰী পৰিচয় যে কোনো কামত নাহে তাৰ এটা উদাহৰণ পোৱা গল।

ভূতনাথৰ প্ৰভাৱত বাঘে গৰুৱে একে ঘাটে পানী খায়। গৰুচোৰ কাঙ্গলা শেখ, বাঘ-চিকাৰী দুৰ্দ্দান্ত জমিদাৰ কালুচৌধুৰী— ভূতনাথৰ প্ৰভাৱত একে ৰচিৰে

হাতকেৰেয়া লগোৱাই কাছাৰীলৈ আহে। ভূতনাথৰ শুভদৃষ্টি যাৰ ওপৰত পৰিছে তাৰ সপক্ষে যিমানেই ওপৰৱালা থাওঁক, সি জেলৰ ভাত খাবই লাগিব। যেনেকুৱা হাকিমেই লাগিলে আইঁক ভূতনাথৰ আচামীক খালাচ দিবলৈ সুকঙা উলিয়াব নোৱাৰে।

"খালাচ দিলেই হ'লনে?" ভূতনাথে গপত গঙ্গাটোপ হৈ কয়। আইনৰ ডাঙৰ আলিবাট, কেকুৰি বাটৰ অন্ত নাই। ঘটনা সজাই যোৱা। দোষী সাব্যস্ত হ'বই। কিবা প্ৰতিবাদ কৰিলে কয় "তোমাৰ কাৰণে পুলিচৰ চাকৰি নহয় স্কুল মাষ্টৰ হোৱাগৈ।" ধৰক গাৱৰ কোনোবা সতীশ কুন্দ টকাৰ গৰমত কব নোৱাৰা হৈছে। তোমাৰ এলেকাতে থাকি তোমাৰ ওপৰতে বৰ মতা। জব্দ কৰিবলৈ বিচৰা যদি পেলাই দিয়া খুনৰ মকৰ্দ্দমাত।

কোনোবা সৰু প্ৰশিক্ষাৰ্থীয়ে সুধিলে "কিন্তু চাৰ, ওচৰততো কৰবাত খুনৰ ঘটনা ঘটিব লাগিব।"

"কোনে কৈছে ঘটিব লাগিব বুলি। খুনৰ কোনো দৰকাৰ নাই। দৰকাৰ এটা মৰাশৰ। দেশত ইমান মানুহ মৰে এটা শ যোগাৰ কৰিব নোৱাৰিবানে? কতো নেপালে হাস্পতালবোৰ আছে কি কৰিবলৈ?"

প্ৰশিক্ষাৰ্থীয়ে পুনৰ সুধিলে, "শ বাৰু যোগাৰ কৰিলেই কিন্তু সেইটো যে কলেৰাত নমৰি হত্যাত মৰিল তাক প্ৰমাণ কৰিব কেনেকৈ?"

"কিয়? ডাক্তৰ বুলি এবিধ প্ৰাণী আছে নেজানা নে কি? তেওঁলোকেই প্ৰমাণ কৰিব; মাত্ৰ শ্প্ৰীঙত দিবলৈ কিছু তেলৰ প্ৰয়োজন হ'ব।"

দুজনমান চিনিয়ৰ অফিচাৰে কলে, "সেয়া সত্য। কিন্তু তেল যোগাৰ কৰাই আচল কথা।"

"একো দিগদাৰ নাই, তেল নিজেই যোগাৰ হয়। খবৰ লৈ চাবা সতীশ কুন্দৰ এটা বিপক্ষ দল আছে। তাৰ নেতা জগৎপাল বা নিৰঞ্জন সাহা। তাহাঁতৰ কাৰোবাক ইঙ্গিত দিলেই তেলৰ পিপা মুৰত লৈ দৌৰিব। যিমান প্ৰয়োজন ঢালা। ডাক্তৰে মন দিলে কলেৰাত মৰা ৰোগীৰ পেটৰ পৰা ওলাব বন্দুকৰ গুলি বা বুকুত মাৰাত্মক চুৰি মৰাৰ দাগ।"

ইয়াৰ পিছত আৰু কোনো প্ৰশ্নৰ অৱকাশ নেথাকে যদিও ভোটা মগজৰ পুলিছে সোধে, "বাৰু চাৰ, শ যেনিবা পালোৱেই; আৰু হত্যা বুলি ধৰিলোৱেই কিন্তু তাৰ লগত সতীশ কুন্দ কেনেকৈ জড়িত হ'ব? সাক্ষী কত পাব?" ভূতনাথে চিগাৰেটৰ ধোৱা উৰুৱাই কয়, "সাক্ষী আকাশৰ পৰা নপৰে। পথাৰতো নগজে। সেই বস্তুটো কষ্ট কৰি তৈয়াৰ কৰিব লাগে আৰু তাৰ কাৰণে লাগে মুৰত কিছু মগজ আৰু বুকুত সাহ।" ভূতনাথৰ ভাণ্ডাৰত এই দুটাৰ কোনোটোৰে অভাৱ নাছিল। বলেৰে সাক্ষী ঠিয় কৰোৱা আৰু আসামীৰ স্বীকাৰোক্তি কৰোৱা সাধাৰণ কথা। প্ৰথমে খাতিৰ বাতিৰ, তাৰ পিছত তৰ্জন-গৰ্জন, ইয়াৰ বাহিৰেও আছে কেইটামান মুষ্টি যোগ।

"সাক্ষীয়ে কথা নুশুনে?"

"নুশুনে চাৰ। একো নকয়।"

"তোমালোকে কৰিব লগীয়া খিনি কৰিলা?"

"কৰিলো চাৰ।"

ভূতনাথে গম্ভীৰ ভাৱে ৰায় দিলে "বৃহৎ ষষ্ঠীচূর্ণ এক পুৰীয়া।"

"থিক হ'লনে?"

সহকাৰীয়ে মুৰ জোকাৰিলে।

"এইবাৰ তিনি দজন গুম্পোৎপাটন ৰসায়ন দিয়া। যত নষ্টৰ মুল তাৰ সেই গোফ কোচা।" এজন কুস্তী কৰিব পৰা হিন্দুস্থানী চিপাহীক নিয়োগ কৰা হ'ল। খবৰ আহিল সাক্ষী সাজু। সাক্ষী তৈযাৰেই নহয়, সন্মতি দিবলৈও একে ব্যৱস্থা। কিছুমান সাক্ষীয়ে এইবোৰতো সন্মত নহ'লে তাক জাৰৰ দিনত পচা মেটেকাৰে ভৰা পুখুৰীত ঠিয় কৰাই থোৱা হয়। ইয়াৰ ফল অব্যর্থ।

ভূতনাথৰ লগত পৰিচয় নাছিল। দেখা হ'ল কর্ম্মসূত্রে। অফিচত কাম কৰি আছো— জোতাৰ শব্দ শুনি মুৰ তুলিলো। যি জন ভদ্রলোক মোৰ মেজৰ ওচৰৰ চকীত বহিল তেওঁ দীঘে ছফুট পুতলে পাচ ফুটৰ কম নহ'ব। মই সুধিম বুলি ভাবোতেই পুলিচে কলে, "সদৰৰ ডি, এস, পি।" ভদ্রলোকে টুপীটো খোলোতেই তপা মুৰতো ওলাই পৰিল। মই নমস্কাৰ জনাই কলো, "অ' আপুনিয়েই মিষ্টাৰ ঘোষাল। বৰ আনন্দ পালে।"

"আনন্দ হ'ল?" বুলি হাঁহিৰে তাল ফাল লগালে। "মোক দেখিলে আনন্দ হয় বুলি এই প্রথম আপোনাৰ পৰা শুনিলো। ইমান দিন ভাবি আছিলো মানুহে মোক দেখি ভয়হে খাই" বুলি জেপৰ পৰা এটা চিগাৰেট উলিয়াই জ্বলালে।

ভূতনাথে বঢ়াই কোৱা নাই। প্রকাণ্ড নাক, তাৰ তলত পাক লগোৱা গোফ। তামোলৰ পিক আৰু চুৰটৰ ধোৱাৰে বোল লগোৱা ওঁঠ, কেটামান গজদন্ত আৰু বহল মুখ। কিন্তু মানুহ এজনক প্রথম লগ পাওঁতে আপোনাক লগ পাই বেয়া পাইছো বুলিতো কব নোৱাৰি। কবই লাগিব আপোনাক লগ পাই আনন্দ পালো বুলি।

চিগাৰেটৰ আৰু দোহোপা মান মাৰি আসমীৰ লগত দেখা কৰাৰ আবেদনৰ এখন কাগজ উলিয়ালে। কাগজখন চকু ফুৰাই চাইছিলো। ভূতনাথে কলে, "আছে, তাত হাকিমৰ চহী আছে। এতিয়া আগৰ দিন নাই নহয়। আগতে দৰকাৰ হ'লে জেলৰ পৰা আসামীক উলিয়াই নি সুবিধামতে থোৱাই দিও। পাৰমিচনটো নেলাগেই জেলৰ বাবু সকলে ৰচিদো নিবিচাৰে। আপোনালোক হ'ল নতুন দিনৰ অফিচাৰ। আমিও সেই কাৰণে সকলো থিকে থাকেই আনো। আপোনাৰ মেট কলৈ গল? এবাৰ হুকুম কৰক বদমাচটোক লৈ আহঁক। ইয়াৰ কাম শেষ কৰি কর্টলৈ যাব লাগিব।"

আচামীক অনা হ'ল। মুৰত বেন্দেজ, সর্ব্বশৰীৰত আঘাটৰ চিন। ডেৰমাহ

হস্পিটালত থকাৰ পিছত কোনোমতে উঠিব পাৰিছে। মেট আৰু দুজন কয়দীৰ গাত ভৰ দি লাহে লাহে আহি বহি পৰিল। ভূতনাথে মুখলৈ চাই সুধিলে "তুমিয়েই বদৰুদ্দিন মুন্সী?"

"হয় হুজুৰ। চিনি পোৱা নাই জানো?"

"কেনেকৈ চিনি পাম? তোমাৰ কীৰ্ত্তিকলাপ জানিবলৈ বাকী নাই, কিন্তু তোমাৰ লগততো দেখা হোৱা নাই।"

"দেখা হৈছে এবাৰ নহয় দুবাৰ।"

"দুবাৰ? কি কৱ অ'? কত দেখিলো তোক? মোৰ দেখোন মনত পৰা নাই।"

"প্ৰথম দেখা চয়ত্ৰিচ চনৰ কুম্বুলগঞ্জৰ ভূৱন বাবুৰ গদীত ডকাইতি কৰি পলাইছিলো। পৰি গলো হুজুৰৰ পিস্তলৰ মুখত। আপুনি মূৰলৈ টোৱাই গুলিও মাৰিছিল কিন্তু মুৰত নেলাগি কাণৰ কাষেদি গৈ কাণৰ মঙহ এডোখৰ এৰুৱাই নিলে। ইমান পকা হাতৰ গুলিটো এনেয়ে যোৱাত হুজুৰৰ কাৰণে বৰ বেয়া লাগিছিল।" ভূতনাথে হাঁহি হাঁহি কলে, "মুৰত নেলাগি ভালেই হ'ল। নহ'লে আজি আমাৰ কত দেখা হলহেঁতেন। খোদাই যি কৰে ভালৰ কাৰণেই কৰে নহয় জানো?"

মুন্সীয়ে গহীন মাতেৰে কলে, "থিকেই কৈছে, খোদাই ভালৰ কাৰণেই কৰে।"

ঘৰৰ অৱস্থাৰ পৰিবৰ্ত্তন হ'ল। ক্ৰোনেও অলপ বেলি মাত বোল নকৰিলে। ভূতনাথে পুনৰ সুধিলে, "এয়া এবাৰ, পিছৰবাৰ কত দেখা হৈছিল?" "তাৰ এবছৰৰ পিছত সোনাডাঙাৰ ৰমেশ ডাক্তৰৰ ঘৰত। নটিচ দি ডকাইতি। আপুনি এদল পুলিচ লৈ সাজু হৈ গৈছিল। ভাবিছিল বদৰ মুন্সীক দলে বলে ধৰা পেলাব। কিন্তু দুই চাৰিটা অস্ত্ৰ চলাওতেই আপোনাৰ ফৰ্স পলাই ফাঁট মাৰিলে, আপুনি আশ্ৰয় ললে ডাক্তৰৰ মেটেকা ভৰা পুখুৰীত। মই পিছে পানীৰ ওপৰত হুজুৰৰ গোফ কোচা ওপঙা দেখিছিলো। অস্ত্ৰও আছিল হাতত, কামত নলগালো পিছে।"

অলপ বৈ ঠাট্টাৰ সুৰত মুন্সীয়ে কলে, "চাওক হুজুৰ, খোদাই যি কৰে ভালৰ কাৰণেই কৰে।" ভূতনাথৰ মুখ দেখি তেওঁ অস্বস্তি পোৱা যেন লাগিল। মুন্সীয়েও লক্ষ্য কৰি সামান্য হাঁহি কলে "সেইবোৰ পুৰণা কথা। যাবলৈ দিয়ক। এইবাৰ এই দুখীয়াক কিয় বিচাৰিছে হুকুম কৰক।'?

ভূতনাথে চকীত আউজি চিগাৰেট হুপিছিল। চিগাৰেটৰ ধোৱাৰ আৰঁত তেওঁৰ মুখ গহীন দেখা গল। অলপ বেলি ধোৱা উকৱাই কলে, "চা বদৰুদ্দিন, দেখা আমাৰ হওঁক নহওঁক আমি ইজনে সিজনক চিনি পাওঁ। তোক যি কম খোলাখুলি ভাৱেই কম আৰু তয়ো তেনেকৈ কবি বুলি আশা কৰিছো।"

"ময়ো খোলাখুলিয়েই ভাল পাওঁ। খুনীয়েই হওঁ বা ডকাইতেই হওঁ বদৰুদ্দিনে পাক লগোৱা কথা নকয়।"

"ময়ো সেই কথা বিশ্বাস কৰো কাৰণে তোৰ ওচৰলৈ এটা সহায় বিচাৰি আহিছো।"

"সহায়? মোৰ পৰা?"

"এৰা তোৰ পৰাই। চৈধ্য বছৰ পুলিচে চেষ্টা কৰিও তোক ধৰিব পৰা নাছিল। তোক খেদোতে তিনিজন মানুহে প্ৰাণ হেৰুৱাইছে। বহুত দুখ পাইছে। কদমতলিৰ পথাৰত তিনিশ মানুহে ঘেৰাও কৰি তোক ধৰিব নোৱাৰিলে। সেই বছৰ মুন্সী ধৰা পৰিল বৰ চুৰীয়াৰ ফেৰ মাৰি অহা দৰাঘৰীয়াৰ হাতত। তোক ইয়াত নেদেখা হ'লে কথাটো ময়ো বিশ্বাস নকৰিলোহেতেঁন। এনেকুৱাই হয়। মহাভাৰতত আছে সব্যসাচী অৰ্জুনে এদিন তেওঁৰ গাণ্ডীৱ ধনুকে ডাঙিব পৰা নাছিল।"

বদৰ মুন্সীয়ে উত্তৰ দিলে, "জানো।"

"তেনেহ'লে চা, সকলো নিয়তিৰ খেলা। সকলো দৌৰ জাপ দুদিনৰহে, এদিন সকলো শেষ হৈ যাব। "অলপ বৈ ভূতনাথে কলে, "তোৰ স্বাস্থ্য আগতকৈ ভাল হৈছে আনন্দৰ কথা। একৰকম তোৰ পুনৰ জন্মই হ'ল। তোৰ যে দেহত প্ৰাণ আছিল কোনেও ধৰিব পৰা নাছিল।"

মুন্সীয়ে ৰুদ্ধ কণ্ঠেৰে কলে, "সঁচাযে নাছিল। প্ৰাণ পালো এই জেলৰ চাহাবৰ দয়াত। তেখেতেই মোৰ পিতা, জন্মদাতা" বুলি মোৰ মুখলৈ চালে।

ভূতনাথে কলে, "সকলো আমি শুনিছো। যি জীৱন তেওঁলোকৰ দয়াত পালা, বাকী জীৱনো ইয়াতে কটাব লাগিব বুলি জানি থোৱা।"

মুন্সীয়ে হাঁহি মাৰি কলে, "সেয়ানো মোক মনত পেলাব লাগেনে? এই জেলৰ মাটিতেই মোৰ শেষ টোপনি অহিব বুলি জানো আৰু তাৰ কাৰণে মই প্ৰস্তুতো।"

ভূতনাথে উদাস কণ্ঠেৰে কলে, "এয়ে যেতিয়া পৰিণাম আৰু সেই সম্বন্ধে তোৰ মনত যেতিয়া কোনো মিছা আশা নাই তেতিয়া আৰু মায়া কিহৰ? যাৰ হাত ধৰি এই পথত নামিছিলি তাহাঁতকো লৈ আহঁ। তাহাঁতক এৰি আহিলে কেনেকৈ হ'ব?"

মুন্সীয়ে সন্দেহৰ চকুৰে ভূতনাথলৈ চাই ঠাট্টা বিজড়িত কণ্ঠেৰে কলে, "এই সহায়কে মোৰ পৰা বিচাৰিবলৈ আহিছে নে কি?"

"অকল বিচাৰিয়েই অহা নাই— সেই সহায় পাম বুলি নিশ্চিত হৈ আহিছো।"?

"তেতিয়া হ'লে আপুনি বদৰ মুন্সীক ভুল কৰিছে বৰবাবু। আপোনাৰ ইমান দামী সময় অথনিৰে পৰা এনেয়ে নষ্ট হোৱা দেখি মোৰ বেয়া লাগিছে।"

ভূতনাথৰ চেহেৰা সলনি হ'ল, ৰুক্ষ কণ্ঠেৰে সুধিলে, "তাৰ মানে দলৰ কাৰো নাম তই নকৱ?"

উত্তৰত মুন্সীয়ে হাঁহিলে মাত্ৰ। অলপ বেলি ৰৈ কলে, "হুকুম হলে এইবাৰ যাব পাৰো বৰবাবু। আপোনাৰ কামৰ খতি হৈছে। চালাম হুজুৰ।"

"ভূতনাথে তীব্ৰ ঘৃণাৰে কলে, "ভূতনাথৰ মুষ্টিযোগ আজিও অকৰ্মন্য হোৱা নাই বুলি মুন্সী চাহাবৰ নিশ্চয় মনত আছে।"

"নিশ্চয় আছে। কিন্তু মুষ্টি যোগৰ ফল সকলোৰে সমান নহয়" বুলি আৰু এবাৰ চালাম কৰি ঠিয় হ'ল।

মুন্সী যোৱাৰ পিছতো ভূতনাথ বহুত বেলি মনে মনে ৰল। তেওঁৰ গম্ভীৰ মুখলৈ চাই সহকাৰীজনে কলে, "মই আগতেই কৈছো চাৰ সি মানুহ সুবিধাৰ নহয় বুলি।"

"প্ৰয়োজন মতে ঔষধৰ ব্যৱস্থা কৰিলেই বাপ্ বাপ্ বুলি সৈ কাঢ়িব। ইমান সহজ মানুহ নহয়, নিজৰ দোষ স্বীকাৰ কৰি সঙ্গীৰ নাম অস্বীকাৰ কৰা মানুহ উলামুলা নহয়।"

মই সুধিলো, "আপোনাৰ কথাৰ পৰা মানুহটো মহাপুৰুষ বুলি গম পালো। কিন্তু ধৰা পৰিল কেনেকৈ?" "একেবাৰে মহাপুৰুষৰ দৰে," ভূতনাথে উত্তৰ দিলে, "ধৰা পৰিল, ৰৈ থাকি মাৰ খালে, তাৰ পিছত স্বীকাৰ কৰিলে। অকল ডকাইতেই নহয় হত্যা আৰু ধৰ্ষণো। গোটেই ঘটনাটোৱেই ৰহস্যময়। আপুনি থিকেই কৈছে মানুহটো মহাপুৰুষেই। অলপ ভালকৈ চকু ৰাখিব। পাখিত বল পাইছে যেতিয়া কেতিয়াবা আপুনি গম নোপোৱাকৈ বনৰ পখী বনলৈ উৰা মাৰিব।"

জেলৰ ফালৰ পৰা তেনে ব্যৱস্থা ত্ৰুটী নাছিল। ভূতনাথৰ কথাত আৰু দৃঢ়তৰ কৰা হ'ল।

এই ঘটনাৰ পিছত কেইমাহমান পাৰ হৈ গল। মুন্সীক মনত পেলোৱাৰ বিশেষ একো ঘটনা ঘটা নাই। এদিন আবেলি চেলৰ মেটে আহি কলেহি যে মুন্সীয়ে মোক লগ কৰিব খুজিছে।

"কিয়?"

"তেওঁ বোলে নিজেই কব।"

"বাৰু, লৈ আহাঁ।"

মুন্সী আহি মোৰ ভৰিৰ ওচৰতে বহিলহি। মই প্ৰশ্নসূচক দৃষ্টিৰে চাওঁতে মুন্সীয়ে ইফালে সিফালে চোৱা দেখি মোৰ ওচৰত ৰৈ থকা কৰ্মী কেইজনক বিদায় দিলো। "তোমাৰ আবেদন কি?"

মুন্সীয়ে মোক সেৱা কৰি কলে, "বদৰ মুন্সীৰ প্ৰাণৰ কথা আপোনাৰ দৰে কোনেও নুবুজে, সেয়েহে আজি নতুন আবেদন লৈ আহিছো।" মুন্সীয়ে অলপ বেলি কিবা ভাবি নিজৰ হাত দুখন চাই কলে, "অপৰাধ ক্ষমা কৰিব হুজুৰ। যিমান টকা, পইচা, সোণ, ৰূপ পালে মানুহে নিজকে ডাঙৰ মানুহ বুলি ভাবে তাতকৈ বহুত বেচি এই দুই হাতেৰে ঘটিছো। কাঢ়ি নিয়াৰ দৰে বিলাইও দিছো। যাৰ পৰা কাঢ়িছিলো

তেওঁলোকৰ হুমুনিয়াহেই সকলো শেষ কৰিলে। আজি সেয়েহে মন একেবাৰে পাতল লাগিছে। উঠোতে বহোঁতে হেঁচা মাৰি ধৰা এটা মাত্ৰ বোজা আছে— তাকে আজি হুজুৰৰ ওচৰত পেলাই নিশ্চিন্ত হ'ব খুজিছো।'' কথাটো ভালকৈ বুজি নেপাই মই মনে মনে ৰলো।

মুন্সী আৰু অলপ ওচৰ চাপি আহি কলে, ''কবলৈ সাহস নহয় কিন্তু নকৈও উপায় নাই। এঠাইত মোৰ পাচ হেজাৰ মান টকা লুকুৱা আছে। তাকে হুজুৰৰ হাতত দি যাব খুজিছো।''

আচৰিত হৈ সুধিলো, ''মোৰ হাতত? মই কি কৰিম সেই টকাৰে?''

''যতে মন যায় বিলাই দিব। ইচ্ছা হ'লে কোনো ভাল কামত খৰছ কৰিব। মৰিবৰ সময়ত ভাবিব পাৰিম বদৰুদ্দিনৰ গোটেই জীৱন বিফল হোৱা নাই। এই হত্যাকাৰীক তো আপুনি অনেক দয়া কৰিছে। মোৰ শেষ অনুৰোধ দলিয়াই নেপেলাব।''

মই স্তব্ধ হৈ ৰলো। তাৰ লগত মোৰ যি সম্পৰ্ক তাৰ গুপ্তধনৰ দায়িত্ব লোৱা মোৰ পক্ষে আইনসঙ্গত নহয় আৰু নৈতিক ভাবেও অসঙ্গত। তাৰ এনে অনুৰোধ অন্যায় স্পৰ্ধা বুলিয়েই ভাবিছিলো কিন্তু সেই নৰ-হত্যাকাৰীৰ মুখৰ ওপৰত যি অভিব্যক্তি দেখিলো, তাৰ বেদনাপূৰ্ণ কণ্ঠত যি শুনিলো, মোৰ মুখেৰে কঠোৰ উত্তৰ দিয়া সম্ভৱ নহ'ল।

সুধিলো ''তোমাৰ নিজৰ কোনো নাই নে কি? অত টকা যে বিলাই দিব খুজিছা?'?

মুন্সীয়ে অলপ হাঁহি কলে, ''নিজৰ মানুহৰটো অভাৱ নাই। তিনিজনী ঘৈণী, ল'ৰা-ছোৱালী, নাতি, নাতিনী সকলো আছে। আপুনি হয়টো কব— কতা কোনো দেখোন খবৰ লবলৈ নাহে। আহিব যেতিয়া মোৰ টকা থকাৰ কথা গম পাব। মোৰ কাৰণে আহি ৰাউচি জুৰিবহি। এই বুঢ়া বয়সত ইমান মৰম সহ্য কৰিব নোৱাৰিম। সেয়ে মোৰ টকাৰ কথা তাহাঁতে কোনোদিন নেজানিব।''

''থিক আছে তাহাঁতক বাৰু নিদিয়াই কিন্তু তোমাৰো তো প্ৰয়োজন আছে— ইমান ডাঙৰ মোকৰ্দমা মূৰৰ ওপৰত।''

মুন্সীৰ মুখত হাঁহি ফুটি উঠিল ''মোকৰ্দমাৰ হাতৰ পৰা বাচিবলৈ চেষ্টা কৰিবলৈ মোৰ ইয়ালৈ অহাৰ কি দৰকাৰ আছিল?''

''সচাঁ'' ভূতনাথ বাবুৰ কথা মনত পৰিল। মুন্সীৰ এই ধৰা পৰা আৰু স্বীকাৰোক্তিৰ মাজত কিবা ৰহস্য আছে। সেই ৰহস্য জানিবলৈ যিমানেই কৌতূহল নহওঁক, প্ৰশ্ন কৰাতো সমীচিন নহ'ব বুলি মনে মনে থাকিলো।

কিছু বেলি বৈ মুন্সীয়ে সুধিলে, ''মোৰ আবেদন মঞ্জুৰ কৰিলেনে বাৰু?''

কলো, ''তোমাৰ মনৰ কথা বুজি পাইছো। তুমিও নিশ্চয় বুজি পাইছা এই

বিষয়ে সহায় কৰা মোৰ পক্ষে সম্ভৱ নহয়। তথাপি এটা কথা সুধিছো কোৱাছোন তোমাৰ ইচ্ছা কি? কাক তোমাৰ এই শেষ সম্বল দি যোৱাৰ ইচ্ছা। কেনেকৈ কাৰ হাতত দিলে তুমি শান্তি পাবা।''

মুন্সীয়ে ততক্ষনাৎ উত্তৰ নিদিলে। অলপ বেলি শূন্য বেৰলৈ চাই ৰল। তাৰ পিছত লাহে লাহে কলে, ''আপুনি মোৰ পিতা, জীৱন-দাতা। আপোনাৰ আগত লুকুৱাবলৈ একো নাই। এই সংসাৰত এজন মানুহ আছে যাৰ হাতত টকাটো দিব পাৰিলে মোৰ মন মুকলি হ'লহেঁতেন। কিন্তু মই জানো তেওঁ মোৰ টকা ভৰিৰেও নুচুব। তেওঁৰ যি চৰম সৰ্ব্বনাশ কৰিছো পৃথিৱীৰ সকলো টকা দিও তেওঁৰ ক্ষতিপূৰণ নহয়।''

মেজৰ টেলিফোন বাজিল।

''হ্যালো।''

কাছাৰীৰ পৰা খবৰ দিছে চাহাবে এই মাত্ৰ এটা টান মকৰ্দমাৰ চাৰ্জ্জ বুজোৱা শেষ কৰিছে। জুৰি মহোদয় সকলে দুৱাৰ মাৰিলে। কেতিয়া খুলিব কব পৰা নাই। সেয়েহে আচামীবোৰ উভটি যাওঁতে ৰাতি হোৱাৰ সম্ভাৱনা। সন্ধিয়া হৈ আহিল। খিৰিকিৰে দুৰৰ অস্তমান বেলিৰ বৰ্ণচ্ছটা দেখা গল। সেইফালে চাই গভীৰ নিঃশ্বাস পেলাই মুন্সী ঠিয় হ'ল। ময়ো উঠিলো। লকআপ পৰ্ব্বৰ আয়োজন কৰিবগৈ লাগিব। সুধিলোঁ— ''আকৌ কেতিয়া আহিবা?''

ভঙা মাতেৰে কলে, ''যেতিয়া হুকুম কৰিব।'

কেইদিনমানৰ পিছত একে ডোখৰ ঠাইতে বহি নৰ-ঘাটক দস্যুৰ বিচিত্ৰ জীৱনৰ অসমাপ্ত জীৱন-কাহিনী শুনিলো। আকাশ ডাৱৰে আৱৰি ধৰিছে। বিজুলিয়েও চিকমিকাইছে যেনিবা প্ৰলয় হে হ'ব এতিয়া। সেইফালে বহু বেলি তন্ময় হৈ চাই ৰল মুন্সীয়ে। তাৰ পিছত ধীৰে ধীৰে কৈ গল তাৰ সকলো দুঃকাৰ্য্যৰ দীৰ্ঘ ইতিহাস।

আজি ইমান দিনৰ পিছত মোৰ কণ্ঠ তাৰ পুণৰুক্তি কৰিবলৈ যে ব্যৰ্থ হৈছে মই ধৰিব পাৰিছো। মোৰ এটাই সান্তনা মই নিজৰ ভাষা বা কথা যোগ দি তাৰ উক্তি বিকৃত কৰা নাই। এই কাহিনীৰ কথা মুন্সীৰ, সুৰো তাৰ, মই মাত্ৰ অক্ষম লিপিকাৰহে।

কালীগঞ্জৰ কোটিপতি সীতানাথ দত্তৰ ঘৰত ডকাইতি কৰিম বুলি ভাবি আছিলো। টকা, পইচা, গহনা-পাতি সকলো বেঙ্কতে থয়, ঘৰত একোকে নেৰাখে। চাৰিখন গৰুগাড়ী দিনে ৰাতিয়ে বেপাৰৰ কামত খাতি থাকে। তাৰে এখন গাড়ীত আমাৰ দলৰ এটাক গাড়োৱান কৰি সুমুৱাই দিলো। সিয়েই এদিন খবৰ আনিলে যে দত্তৰ জীয়েকৰ বিয়া। দৰাও ধনী ঘৰৰে ল'ৰা। বিয়া বৰ ধুমধামেৰে পাতিব আৰু বহুতো আত্মীয় কুটম্বও বিয়ালৈ আহিব। বিয়াৰ ৰাতি ডকাইতি কৰিব পাৰিলে পঞ্চাচ ষাঠি হেজাৰ টকা অনায়াসে পোৱা যাব। দত্তৰ বন্দুক দুটা, হিন্দুস্থানী দাৰোৱানো আছে, বিয়া বুলি মানুহো হ'ব বহুত। সেই কাৰণে আয়োজনটো ভালকৈয়ে কৰিব লাগিব। তাৰ কাৰণে চিন্তা নাই। দল গোটাই ললো। এইখিনিলৈকে কৈ মুন্সী ৰৈ গল। এবাৰ

হয়তো ভাবিলে তাৰ দুস্কৃতিৰ সকলো কথা কোৱা ভাল হ'বনে নহয়, পিছত হয়তো ভাবিলে এই পাপ মুখেৰে যেতিয়া সৈ কাঢ়িছো, তেতিয়া একো নুলুকুৱাও। আপুনি জানেই একোটা ডকাইতিত আমি কিমান সম্পদশালী গৃহস্থক ভিক্ষাৰী কৰি দিওঁ। মানুহে কোৱা মেলা কৰে কিমান সৰ্ব্বনাশ হ'ল। কিন্তু আমি ধন প্ৰাণ কাঢ়িয়েই ক্ষান্ত নেথাকো। তাৰ লগে লগে কাঢ়ি আনো মান আৰু মহিলাৰ সৰ্ব্বস্ব। ডকাইতি হোৱা ঘৰত মহিলাৰ মান-হানি ধৰি লোৱা কথা। চিকাৰীৰ দলত কিছুমান মানুহ নিয়োগ কৰা হয় চিঞৰ বাখৰ কৰি ঢাক-ঢোল পিতি চিকাৰ ধৰাত সুবিধা কৰি দিবলৈ। আমিও তেনে ধৰণৰ এদল গুণ্ডা নিও যাৰ কাম হ'ল মাৰ, কিল আৰু চিঞৰ-বাখৰ। ইহঁতৰ দৃষ্টি ধনতকৈ তিৰুতাৰ মান কাঢ়ি অনাত বেচি। মাইকী মানুহৰ পিছত ইহঁতক লগাই দি আমি টকা পইচা গোটোৱাৰ কামটো কৰো। শেষত ভাগ কৰাৰ সময়ত ইহঁতক কিবা এটা দিলেই হৈ যায়। দত্তৰ ঘৰৰ মহিলা সকলৰ ৰূপৱতী বুলি নাম আছিল। বিয়াৰ কাৰণে নগৰৰ পৰা যি সকল আহিব তেওঁলোকৰ তো কথাই নাই। সেয়েহে গুণ্ডা দলে দলে আহিবলৈ ধৰিলে। তাৰ মাজৰ পৰা বাচি বাচি এজাক ডেকা লৰা থিক কৰিলো।

জাৰৰ দিন। বাৰটাৰ ভিতৰতে বিয়াৰ কাম হৈ গল। নিমন্ত্ৰিত সকলো ঘৰাঘৰি গল। দৰাৰ লগত অহা আৰু দূৰৰ পৰা অহা আত্মীয় কুটুম্ব শুই পৰিল। এনে সময়তে আমি চিঞৰ-বাখৰ কৰি ঘৰ বেৰি পেলালো। দাৰোৱান পলাই ফাঁট মাৰিলে। ভিতৰলৈ গলো। মহিলা সকলে কন্দা কটা লগালে। বচা বচা মানুহ লৈ দোতালাত উঠিলো। সীতানাথদত্ত সাহসী মানুহ। একো নোহোৱাৰ নিচিনাকৈ ওলাই আহি সুধিলে, "তোমালোকৰ চৰ্দ্দাৰ কোন?" মই আগবাঢ়ি গলো। তেখেতে কলে, "এয়া চাবি লোৱা সেইটো ঘৰৰ বাকচত টকা আৰু অলঙ্কাৰ আছে। কাপোৰ আছে তাকো নিব পাৰা। কিন্তু এটা কথা দিব লাগিব।'?

"কি কথা?"

"যদি হিন্দু হোৱা নাৰায়ণৰ শপত, যদি মুছলমান হোৱা আল্লাৰ শপত, মাইকী মানুহৰ গাত যেন হাত নিদিয়া" বুলি দত্তই মোৰ হাত দুখনত ধৰি কান্দি পেলালে। কান্দোনৰ মাজতে কলে, "ডকাইতৰ চৰ্দাৰ হলেও তুমি আমাৰ দেশৰে মানুহ। তোমাৰ ঘৰতো মাৰা, জীয়েৰা, পৰিবাৰ আছে। মই মাত্ৰ ইয়াকেই তোমাৰ ওচৰত ভিক্ষা কৰিছো।"

বহুতো ডকাইতি কৰিলো। অনেক কন্দা-কটা দেখিলো, কিন্তু দত্তৰ চকুৰ পানীয়ে দেখোন মনটো সেমেকাই পেলালে। কলো, "গহণা-গাঠৰি সোলোকাই মাইকী মানুহক এটা কোঠালৈ যাবলৈ কওঁক। তেওঁলোকৰ কোনো বিপদ নাই।" দত্ত গুচি গল। মই আমাৰ দলক সাৱধান কৰি কলো, "গহনা, টকা যি পাৱ লুট কৰ; কিন্তু মাইকী মানুহৰ ওচৰলৈ নেযাবি।"

কাম শেষ হওঁতে এঘণ্টাৰ বেচি বেলি নেলাগিল। সকলোকে যাবলৈ দি ভাবিলো তিনিতলাটোও চাই আহো। দত্ত যিহে চালাক মানুহ তাত বা কি ভৰাই থৈছে।

তিনতলাত এটা দুৱাৰ বন্ধ কৰি ৰখা কোঠালী। টৰ্চ্চ মাৰোতেই ছোৱালী এজনীৰ মুখখন চকুত পৰি চক্ খাই উঠিলো। এয়া কোন কৰ পৰা আহিল একে নাক, একে চকু, সৰু কপাল, মোৰ কিমান মৰমৰ নুৰ, সৰু কালৰ কলেজত পঢ়া বন্ধু এজনে নাম দিছিল নুৰজাহান। আঠবছৰৰ আগতে এনেকৈয়ে বেণাৰসী কাপোৰ পিন্ধাই সালঙ্কৃতা কৰি মোৰ আইক লোকৰ ঘৰলৈ পঠিয়াইছিলো। তাইতো আৰু ঘূৰি নাহিল।

ছোৱালীজনীয়ে চিঞৰ মাৰি কাৰোবাক সাবট মাৰি ধৰিলে। টৰ্চ্চ নুমুৱা চকুহাল মোহাৰি ভাবিলো মোৰ এয়া কি হ'ল? সেয়াতো সীতানাথ দত্তৰ ছোৱালী, তাইৰে হয়তো অলপ আগতে বিয়া হৈ গৈছে। আকৌ টৰ্চ্চ জ্বলালো। সবৰ্বশৰীৰ সোণৰ অলঙ্কাৰৰে জিক্‌মিকাই আছে। দাবি দি কলো "গহনা খুলি দিয়া।" কোনে যেন মোৰ মুখ টেপা মাৰি ধৰিলে। মাত নোলাল; নুৰৰ মুখখন চকুৰ আগত ভাঁহি উঠিল। সেই আঠবছৰৰ আগত কইনাৰ বেশত মোৰ নুৰ। ওঠ দুটা কপি উঠিল। মোৰ অন্তৰাত্মাই যেন কৈ উঠিল, এই গহনা নিব নোৱাৰা।

ওপৰৰ পৰা নামি আহি পথাৰলৈ লৰ ধৰিলো। দলৰ মানুহে তাতেই মোলৈ বাট চাই আছে। অলপ বেলি বৈ নিজেই ভাবিলো মই বলিয়া হলো নে কি? সীতানাথ দত্তৰ দুটা মিঠা কথা শুনি বদৰুদ্দিন ডকাইতৰ মন কুমলি গল। আহিলো ডকাইতি কৰিবলৈ আৰু ছোৱালী জনীৰ গাৰ দহহেজাৰ মান টকাৰ গহনা নিনিয়াকৈ উভটি আহিছো।

মুৰতো দুবাৰমান জোকাৰি নিচা কাট যোৱা যেন লাগিল। আকৌ দত্তৰ ঘৰলৈ গৈ তিনিতলালৈ উঠি গৈ টৰ্চ জ্বলাই যি দেখিলো—

হঠাৎ মুন্সী বৈ গল। চকু দুটা বেৰত থাপি শূন্য দৃষ্টিৰে চাই ৰল। তাতেই যেন সেইদিনাৰ বীভৎস দৃশ্য। বহুত বেলিৰ মুৰত দৃষ্টি সহজ হৈ আহিল। মোলৈ চাই কলে "যি দেখিলো সেয়া আমাৰ কাৰণে নতুন নহয়। হত্যা বলাৎকাৰ কত দেখিছো। এই হাতেৰে কত মানুহৰ ডিঙি টেপি মাৰিছো। ডেগাৰেৰে বুকু ফালি পেলাইছো কিন্তু কতা এবাৰো দেখোন বুকু কঁপা নাছিল। মাইকী মানুহৰ সৰ্ব্বনাশোতো কম কৰা নাই। কত ডাঙৰ ডাঙৰ ঘৰৰ মাইকী মানুহে তুমি আমাৰ পিতা, আমি তোমাৰ ছোৱালী বুলি ভৰিত কপাল খুন্দিয়াইছিল। কিন্তু আজি এয়া কি হ'ল? ঘৰত সোমাই যি দৃশ্য দেখিলো মুৰ ঘূৰাই গল। বেৰত আউজিহে নপৰাকৈ থাকিলো। বেৰৰ দাঁতিত সুন্দৰ চেহেৰাৰ যুৱক এজন দৰাৰ পোচাক পিন্ধা বুকুত এখন সোমাই থকা ডেগাৰেৰে মাটিত পৰি আছে। তেজৰে বিচনা ৰাঙলী হৈ পৰিছে। তাৰে এটা চুকত ছোৱালীজনী চকুমুদি পৰি আছে আৰু আমাৰ দলৰ এটা পশুৱে— চুলিত ধৰি পাৰগুটোক উঠাই দি মুখখন বেৰত থেতেলিয়াই দিলো। চাৰি পাচটা দাঁত ভাগি গল আৰু অলপ থেতেলিওৱা হলেই তাৰ ফালে আধ্যা পৰিলহেতেন। তাক গোৰমাৰি বাহিৰলৈ পঠিয়াই দিলো।

ল'ৰাটোৰ হাতৰ নাড়ী পৰীক্ষা কৰি দেখিলো শেষ। তাৰ পিছত ছোৱালীজনীৰ ফালে আগুৱাই গলো— ছোৱালী নহয় যেনিবা এমুঠি কাঞ্চন ফুলহে। এয়া নুৰ নহয়

বুলি কোনে কলে— এয়া মোৰ নুৰজাহান। মোৰ ছোৱালী বেহেস্তৰ পৰা সীতানাথ দত্তৰ ঘৰলৈ নামি আহিছে। মোৰে ছোৱালীৰ বিয়াৰ ৰাতি নৌ পুৱাওতেই মোৰ হাতত চৰম সৰ্ব্বনাশ হ'ল।

অলপ সময়ৰ আগৰ পৰা বৰষুণ আৰম্ভ হৈছে। বৰ্ষণমুখৰ বিষণ্ণ সন্ধিয়া। এন্ধাৰত মুন্সীক নেদেখা হৈছিল। লাইটটো জ্বলাই মুন্সীৰ চকুত পানী দেখি চক্ খাই উঠিলো। কলো, "যাওক মুন্সী, আৰু কব নেলাগে। এইবোৰ কৈ আৰু কি লাভ হ'ব?" মুন্সীয়ে লৰালৰিকৈ চকু দুটা মুচি কলে, "নহয় হুজুৰ, অনুগ্ৰহ কৰি আৰু অলপ বেলি শুনক, লাভ হওঁক নহওঁক। সকলো কথা মই আজি কবই লাগিব। আপোনাৰ বাহিৰে কাৰ আগতনো কম?" মই চিগাৰেট জ্বলাই চকীত ভৰি তুলি বহি ললো। মুন্সীয়ে আৰম্ভ কৰিলে "ঘৰৰ চুকত পানীৰ এটা জগ আছিল। কেইবাৰমান মুখত পানী চটিয়াই দিওঁতে চকু মেলি চালে। নুৰেও আগতে এনেকৈয়ে চাইছিল। ইফালে সিফালে চাই মোক দেখি আকৌ অজ্ঞান হৈ পৰিল। লৰ ধৰিলো— এজন ডাক্তৰ মাতিব লাগিব। পাহৰি গলো মোৰ ডাক্তৰ মতাৰ কি অধিকাৰ? চিৰিৰ মুখতে মোক আগচি ধৰিলে। হঠাৎ বুজি পালো মই ছোৱালীজনীৰ একো নহয়— তেওঁলোকৰ ঘৰত ডকাইতি কৰিবলৈহে আহিছিলো। মোৰ কাৰণে অকমানি ছোৱালীজনীয়ে সংসাৰৰ সকলো হেৰুৱালে। ভূতনাথ বাবুৰে মিছা কোৱা নাই। যিবোৰে মোক বেৰি ধৰিছিল ইচ্ছা কৰা হ'লে মই সকলোকে ঠেলি ওলাই যাব পাৰিলোহেঁতেন। কিন্তু মই নোৱাৰিলো, ভাবিলো এয়ে শেষ। লাখুটি, লোহাৰ ৰড বহুতো চাওিফালৰ পৰা মোৰ পিঠি, বুকু, মুৰত পৰিছিল। যিমান পাৰো ঠিয় হৈ আছিলো, শেষত অজ্ঞান হৈ পৰি গলো। জ্ঞান হওঁতে চকু মেলি দেখো দাতিত পুলিচ। এগৰাকী নাৰ্স খৰধৰকৈ আহি মোৰ নাড়ী চাই কিবা দৰব খুৱাই দিলে। অতি কষ্টেৰে সুধিলো "মই কত?" এয়া চৰকাৰী হস্পিটাল। ডাক্তৰক মাতিম নে কি? হাত জোকাৰি কলো, "নেলাগে এজন হাকিমহে লাগে।" এজন দাৰোগা আহি সুধিলে "হাকিমক কেলৈ?"

"সে কাটিম।"

দুঘণ্টামান পিছত এজন হাকিম আহিল। তেতিয়াও মোৰ জ্ঞান আছিল যদিও খুব কষ্ট হৈছিল। আচামীৰ জবান বন্দিৰ কত জঞ্জাট আপুনিতো জানেই। লিখাৰ আগতে আচামীক সাৱধান কৰি দিব লাগিব। ভাবি চাবলৈ সময় দিব লাগিব।

মই কলো, "সেইবোৰ আইন-কানুন সোনকালে শেষ কৰক হুজুৰ। বেলি কৰিলে এই জীৱনত আৰু সময় নহ'ব। কবলগীয়া সামান্য বৈ বৈ ব্যক্ত কৰিলো। শেষ কৰাৰ আগতে বোধহয় আকৌ জ্ঞান হেৰুৱালো। তাৰ পিছত কেতিয়া ইয়ালৈ অহিলো মোৰ হুচ নাই। চৰকাৰী ডাক্তৰে বোধহয় ভাবিলে আপদটো ইয়াত কেলৈ? জেললৈকে পঠিওৱা ভাল। কিন্তু তাহাঁতে নেজানে ইয়াত মোৰ পিতা আছে। তেওঁৰ দয়াত আকৌ প্ৰাণ পালো।

মুন্সীৰ কাহিনী শেষ হ'ল। মই কলো, "ইয়াত মোৰ দয়াৰ প্ৰশ্ন নাই। কৰ্ত্তব্যহে কৰিছো। কৃতিত্ব যদি কিবা আছে সেয়া ডাক্তৰৰহে। অপৰাধীয়ে অপৰাধ স্বীকাৰ কৰে এয়া নতুন নহয়। কিন্তু যি অপৰাধ কৰা নাই তেনে অপৰাধ হাকিম মাতি কৰিছো বুলি কোৱাতো মই কেতিয়াও শুনা নাই। সেই ছোৱালীজনী আৰু তেওঁৰ স্বামীৰ ওপৰত যি জঘণ্য অত্যাচাৰ চলিল তাৰ বাবেতো তুমি দায়ী নোহোৱা। ইচ্ছা কৰি মিছা দুটা অপৰাধ নিজে কৰা বুলি স্বীকাৰ কৰি ফাঁচীৰ জৰি ডিঙিত লবলৈ যোৱাৰ সাৰ্থকতা মই দেখা নাই।"

মুন্সীয়ে বিনীত কণ্ঠে কলে, "হুজুৰ আপুনি জ্ঞানীলোক, মই মূৰ্খ। তথাপি ছোৱালীজনীৰ কপালত যি ঘটিল সেয়াতো মোৰ দোষতে ঘটিবলৈ পালে। সেই জন্তুটোক ময়ে পুহিছিলো আৰু যি কাৰণে পুহিছিলো সি তাকেই কৰিলে। সি নিয়মৰ বাহিৰলৈ যোৱা নাই। মই হে কথা ৰাখিব নোৱাৰিলো। সীতানাথ দত্তৰ অনুৰোধত যি হুকুম কৰিছিলো সেয়া অন্যায় হুকুম। গুণ্ডাই সেই হুকুম নমনাটো মোৰ হে দোষ।"

বুজিলো তাৰ মন যি পথত চলিছে তাত ন্যায় অন্যায়ৰ লজিক অচল। আৰু এই কথাও সত্য সেইদিনা সি ছোৱালীজনীৰ মুখত নূৰৰ মুখৰ প্ৰতিচ্ছবি নেদেখা হ'লে আজি এই কাহিনী শুনিব নেলাগিলহেতেঁন। এই সংসাৰত নূৰেই আছিল তাৰ একমাত্ৰ বন্ধন। সেই বন্ধন ছিন্ন হোৱা তাৰ জীৱনৰ বিৰাট ট্ৰেজেডি। নহ'লে চিৰদিন এইদৰে শ শ সীতানাথ দত্তৰ ছোৱালীয়ে তাৰ লোভ, লালসাত ৰূপ, বস্ত্ৰ, অলংকাৰ, সতীধৰ্ম বিসৰ্জ্জন দিব লাগিলহেতেন। বদৰ মুন্সীৰ জীৱন নাটকত এৰাতিৰ প্ৰলয় নিশাত আঠবছৰৰ আগতে নাইকীয়া হোৱা তাৰ কন্যা নূৰ উভটি আহিল। কিন্তু বদৰ মুন্সীয়ে নূৰক ওভোটাই নেপালে। ছোৱালীজনীৰ স্বামী, সম্ভ্ৰম, নাৰীজীৱনৰ সম্পদ সকলো শেষ হৈ গল। নূৰজাহানৰ নতুনকৈ মৃত্যু হ'ল। আঠবছৰৰ পুৰণা ঘাঁৰ পৰা এতিয়া নতুনকৈ ৰক্তক্ষৰণ হৈছে। নিজক শেষ নকৰিলে এই বেদনাৰ উপশম নাই। সন্ধিয়া পাৰ হ'ল। বৰযুগে বিদায় ললে। বদৰ মুন্সী চেললৈ সোমাবৰ সময় পাৰ হৈ গল। তাৰ নিশ্চয় মনত পৰা নাই, ময়ো দিয়া নাই মনত পেলাই। জমাদাৰে দুবাৰমান দুৱাৰমুখেদি অহাযোৱা কৰিলে। এই দুৰ্দান্ত ডকাইতৰ বাবে তাহাঁতৰ উৎকণ্ঠাৰ অন্ত নাই। তথাপি উঠো উঠো বুলিও উঠিব পৰা নাই।

মুন্সী অলপ বেলি ৰৈ কলে, "হুজুৰে ফাঁচীৰ ৰচীৰ কথা কৈছিল মই তালৈ ভয় নকৰো। ফাঁচীৰ মৃত্যুৱেই সকলোতকৈ ভাল মৃত্যু। এক নিমিষতে সকলো শেষ হৈ যায়। কিন্তু তিল তিলকৈ মৰা আৰু যে সহ্য নহয়। জীৱনত যিমান পাপ কৰিছো তাৰ বাবে মোৰ অনুশোচনা নাই। মাত্ৰ ছোৱালীজনীৰ মুখখন মনত পৰি বুকুখন পুৰি যায়। ৰাতি টোপনি নাহে, দিনত শান্তি নেপাওঁ। সৰ্ব্বশৰীৰত মাথো পোৰনি। হতভাগীৰ যি হ'বলগীয়া আছিল হ'ল কিন্তু বাকী জীৱনতো কেনেকৈ কটাব? শহুৰেকৰ ঘৰ দেখাই নেপালে। বাপেকৰ ঘৰো আজি নহয় কালিলৈ এৰিব লাগিব। বিয়াৰ ৰাতি বিধৰ্মী

ডকাইতে যাৰ সৰ্ব্বনাশ কৰি গল। তাক আপোনালোকে কি চকুৰে চায় মইতো জানো। তেনেকুৱা ছোৱালীৰ যি গতি হয় তাইৰো তেনেকুৱাই হ'ব নে কি? সন্ধিয়াৰ পিছত সাজ-পোচাক কৰি বজাৰৰ গলিত ঠিয় হ'ব লাগিব নে কি? ফুলকুমলীয়া ছোৱালী, যি কোনো দোষ কৰা নাছিল। পৃথিবীৰ কোনো পাপে যাক স্পৰ্শ কৰা নাছিল তেনে ছোৱালী সেই পাপাকীৰ্ণ ঠাইত থাকিবলগীয়া হ'ব। মোৰ সৰ্ব্বস্ব দিও তাইক বচাব নোৱাৰিমনে?"

এই নিস্ফল প্ৰশ্নৰ মই কি উত্তৰ দিম? মই মাত্ৰ নিৰ্বাক হৈ তাৰ জুই আঙনিৰ দৰে চকু জোৰলৈ চাই সৰ্ব্ব অঙ্গত পোৰণি অনুভৱ কৰিলো। মুন্সীৰ ভগ্ন কণ্ঠৰ বেদনা গোটেই ঘৰত অনুৰণিত হৈ ঘূৰিবলৈ ধৰিলে।

ছোৱালীজনীৰ যি বিভীষিকাময় ৰূপ মুন্সীয়ে কল্পনা কৰিছে সি যে এদিন বাস্তৱত পৰিণত নহ'ব তাৰ কি মানে আছে? তেনে পৰিণামে দেখা দিলে মুন্সীৰ সঞ্চিত ধন কি কামত আহিব?

এই কথা মই যেনেকৈ ভাবিছো, বহুদৰ্শী ডকাইতেও তাতকৈ কম ভবা নাই। কিন্তু মানুহৰ জীৱনত বুদ্ধিৰ স্থান কিমান? কেইটা প্ৰশ্নৰ উত্তৰ দিব পাৰিছে মানুহে? Rational animal বুলি দৰ্শনৰ পাতত মানুহৰ পৰিচয় আছে, এয়ে তাৰ বৈশিষ্ট্য। সকলো জীৱতকৈ শ্ৰেষ্ঠ বুলি মানুহে দাবি কৰে তাৰ মুলতো হেনো Rationalism। কিন্তু আমাৰ মাজত যিমান Rational তাতকৈ বহুত বেছি Animal। জ্ঞানগৰ্বী মানুহে এই সহজ সত্যটো মানি লবলৈ লাজ পায়। বুদ্ধিজীৱী বুলি অহঙ্কাৰৰ অন্ত নাই। ন্যায়শাস্ত্ৰৰ ফৰ্মুলা দি ধৰি ৰাখিব খোজে তাৰ দৈনন্দিন জীৱনৰ কৰ্ম্মধাৰা। কিন্তু যেতিয়া ধুমুহা আহে টুকুৰা টুকুৰ হৈ যায় তাৰ হিচাপৰ জটিল সূত্ৰ। সেইদিনা তেওঁক পথ দেখুৱাই নিয়ে মগজে নহয় হৃদয়ে, হেড নহয় হাৰ্ট যাক কোনো অভিধানৰ অৰ্থ বা থিওৰীৰ ফ্ৰেমতো বন্ধা নেযায়।

মুন্সীৰ জীৱনত ধুমুহা আহিছিল। সেয়েহে তাৰ ক্ষত বিক্ষত বক্ষৰ পৰা যি আলোড়ন হল সিও অৰ্থহীন। নিৰ্বাক নিঃশব্দে মই তাৰ শ্ৰোতাই হৈ গলো। তাৰ ব্যাকুল দৃষ্টি উত্তৰৰ আশাত মোৰ মুখৰ ওপৰত নিবদ্ধ। মই বেৰৰ ঘড়ীটোলৈ চালো। আঠটা বাজি পোন্ধৰ মিনিট গৈছে। তালৈ চাই কলো "জামাদাৰ বৈ আছে তুমি এইবাৰ ভিতৰ সোমাব লাগিব।

কেদিনমানৰ পিছত ভূতনাথ পুণৰ ব্যস্ত হৈ উপস্থিত হ'লহি।

"কি হ'ল'?"

"মুন্সীক আনিবলৈ পঠিয়াওকছোন।"

"নতুন কিবা সূত্ৰ পালেনেকি?"

"এটা দাঁত ভগা গুণ্ডা ধৰা পৰিছে, মুন্সীৰ দলৰে বুলি সন্দেহ হৈছে। সুধি

চাওছোন কিবা কয় নেকি— তাক অকলে পালে ভাল হয়।'

"বাৰু, অকলেই লগ কৰাই দিম।"

দাঁতিৰ কোঠালীৰ পৰা অনেক বাক বিতণ্ডা কৰি ওলাই অহা ভূতনাথৰ মুখত আশাৰ ৰেঙনি নেদেখিলো।

"কিবা সুবিধা হ'লনে?"

"নাই, নাই Very hard nut. দাঁত-ভঙাটোৰ কোনো পাত্তাকে নেপালো। মই হে মিছায়ে চিএঞৰ বাথৰ কৰিলো।" দাঁতভঙা মানুহটো পিছদিনা জেললৈ অনা হ'ল। মই মুন্সীক অকলে পাই সুধিলো এইটোৱেই নে কি? মুন্সীয়ে অলপ বেলি ৰৈ কলে, "আপোনাৰ আগত নুলুকুৱাও, কিন্তু অইনক কব নোৱাৰি।"

এমাহৰ ভিতৰতে মকৰ্দ্দমা আৰম্ভ হ'ল। পুলিচে বদৰুদ্দীনৰ সহযোগী বুলি এদলক গ্রেপ্তাৰ কৰি চালান দিলে। তাহাঁতক দেখি মুন্সীৰ হাঁহিৰ পাৰ নাই "ইহঁত মোৰ লগত আছিল নে কি? হয়টো আগৰ জনমত, এই জনমত দেখা মনত নপৰে।"

নিজৰ পক্ষ সমৰ্থনৰ কাৰণে মুন্সীয়ে উকিল নধৰিলে। খুনী আচামী বুলি চৰকাৰী খৰছত স্থানীয় বাৰৰ এজন উদীয়মান ক্রিমিন্যাল লয়াৰ নিযুক্ত কৰা হ'ল। তেখেতে মুন্সীক স্বীকাৰোক্তি অস্বীকাৰ কৰিবলৈ উপদেশ দি কলে, "তুমি কৰা পুলিচৰ মাৰৰ কোবত মুৰৰ থিক নোহোৱা হৈ কি কলো মোৰ মনত নাই। এই মকৰ্দ্দমাৰ মই একো নেজানো। তেতিয়া তোমাক খালাচ কৰাই দিব পাৰিম।" মুন্সীয়ে হাঁহি মাৰি কলে "স্বীকাৰ কৰিলেও মকৰ্দ্দমাটো বহুত দিন চলাৰ ব্যৱস্থা মই কৰিছো। আপোনাৰ ফিজ পাই থাকিব।"

মকৰ্দ্দমাৰ প্ৰথম দিনা পাচমান বজাত কাছাৰী শেষ হোৱাৰ সময়ত মুন্সীয়ে হাতজোৰ কৰি কলে, "ধৰ্মাৱতাৰ, আপোনাৰ এজলাচত মোক বহিবলৈ দিয়া বাবে খোদাই আপোনাৰ মঙ্গল কৰক। বহি বহি একেৰাহে বক্তৃতা শুনোতে যদি মোৰ টোপনি আহি যায়। আপুনি তাৰ বাবে মোৰ দোষ নধৰি ক্ষমা কৰে যেন।"

হাকিম বয়সীয়া, তেওঁ থৰ লাগি প্ৰধান আচামীৰ মুখলৈ চাই ৰল। যাৰ আৰু দুদিনৰ পিছতে ফাচীৰ নিৰ্দেশ পোৱা খাটাং তেনে আচামীৰ এজলাচত টোপনি অহাৰ নিচিনা কথা তেওঁ জীৱনত শুনা নাই। ইয়াৰ মাজতে হঠাৎ এদিন ভূতনাথে আহি কলে, সৰ্ব্বনাশ হ'ল, মুন্সীক কাছাৰীলৈ পঠিয়াব লাগে।

"কাছাৰীলৈ নাই যোৱা নে কি?"

"নাই, এয়া চাওঁক।"

মুন্সীৰ বাৰেণ্ট দেখুৱালে, তাৰ ওপৰত জেলৰ ডাক্তৰে লিখি দিছে Unfit to attend the court.

"অসুস্থ হ'লে কোৰ্টলৈ কেনেকৈ যাব?"

"অসুস্থ একেবাৰে নহয় আপুনি খবৰ কৰকছোন, নিশ্চয় কালিৰ ঘটনাৰ কাৰণেই এনে কৰিছে।"

"কালিৰ কোন ঘটনা?"

ভূতনাথে এইদৰে ঘটনাৰ সংক্ষিপ্ত বৰ্ণনা দিলে—

মোকৰ্দ্দমা আৰম্ভ হোৱাৰ পিছত দুদিন সাক্ষী লোৱা হৈছে। মুন্সী প্ৰথমৰ পৰা মোকৰ্দ্দমাৰ প্ৰতি উদাসীন। যিমানপৰ মকৰ্দ্দমা চলে সিমানপৰ সাক্ষীৰ গড়ালৰ ৰেলিঙত টোপনিয়াই থাকে। কালি যি বোৰ সাক্ষীয়ে জবানবন্দী দিছিল তাৰ ভিতৰত সীতানাথ দত্তৰ স্ত্ৰীয়েকো আছিল। তেওঁ প্ৰথমে আহোঁতে মুন্সী টোপনিত লালকাল। হঠাৎ সাৰ পাই জাপ মাৰি উঠিল। জবানবন্দীৰ মাজতে হাকিমলৈ চাই হাতজোৰ কৰি কলে, "মোৰ দোষ ক্ষমা কৰক ধৰ্ম্মাৱতাৰ। মইতো সকলো স্বীকাৰ কৰিছো। ছোৱালীজনীৰ চৰম সৰ্ব্বনাশৰ কাৰণে ময়ে দায়ী। এওঁৰ স্বামীক হত্যা কৰিছো। সৰ্ব্বস্ব ডকাইতি কৰিছো আৰু বলাৎকাৰ বুলি বুকুখন হেঁচা মাৰি বহি পৰিল। ছোৱালীজনীও লগে লগে অজ্ঞান হৈ গল।

আদালত বন্ধ হ'ল। মুন্সীক ধৰাধৰি কৰি কয়দী গাড়ীত জেললৈ পঠিওৱা হ'ল। ছোৱালীজনী হস্পিতাললৈ নিলে। দুঘণ্টাৰ মুৰত হে জ্ঞান পালে।

ভূতনাথে কলে, "ছোৱালীজনীৰ অৱস্থা ভাল নহয়। তথাপি ডাক্তৰক কৈ ষ্ট্ৰেচাৰত কাছাৰীলৈ আনিছো। যেনেকৈয়ে হওঁক তেওঁৰ সাক্ষী আজি শেষ কৰিব লাগিব। ইপিনে আচল আচামীয়েই নাই। সি নেথাকিলেতো নচলিব। যেনেকৈ হওঁক নিব লাগিব। কাছাৰীত সকলো বহি আছে। মই টেক্সি লৈয়েই অহিছো। দৰকাৰ হলে এম্বুলেঞ্চৰ ব্যৱস্থা কৰিব পৰা যাব।"

ডাক্তৰক সুধিলো "মুন্সীৰ কি হ'ল?"

ডাক্তৰে চিন্তাণ্বিত মুখেৰে কলে, "একো বুজা নাই। কালি কাছাৰীৰ পৰা ঘূৰি অহাৰ পিছৰে পৰা একো খোৱা নাই। কথা কোৱা নাই। মাত্ৰ চকু মুদি পৰি আছে।"

ভূতনাথ গৰজি উঠিল, "বদমাইচি, মোকৰ্দ্দমাটো শেষ কৰিব খুজিছে। সি জানে ছোৱালীজনী আজি গলে আৰু তাইক পোৱা নেযাব।"

মই কলো, "তাৰ স্বীকাৰোক্তিৰ পিছতো ছোৱালীজনীৰ সাক্ষীৰ দৰকাৰনে?"

"দৰকাৰ আছে, স্বীকাৰোক্তি সমৰ্থন কৰা সাক্ষী নেথাকিলে তাৰ কি মূল্য? ইয়াত শাস্তি হলেও পিছত গৈ হাইকোৰ্ট কৰিব পাৰিব।"

ডাক্তৰক সুধিলো "কোনোমতে পঠাব পৰা নেযাবনে?"

"পালস্‌ৰ যি অৱস্থা মোৰ সাহ নহয়।"

ভূতনাথ নিৰাশ হৈ উভটি গল।

সেইদিনা সন্ধিয়া। জেলৰ ভিতৰৰ ৰাস্তাবোৰ জনশূন্য। কয়দীবোৰ নিজৰ নিজৰ ওৱাৰ্ডলৈ গুচি গৈছে। ৰান্ধনি কয়দীহঁত ৰন্ধা বঢ়া সামৰি যাবলৈ সাজু হৈছে। জামাদাৰ "গিনটি মিলোবাত ব্যস্ত।" ডেপুটিহঁতে নিজ নিজ এলেকাত টহল দিছে। ময়ো সদলবলে গৈছো। ঘূৰি পকি আহি পুখুৰী পাৰ পাওঁতে এটাই খবৰ দিলে, "টোটাল নাহি মিলতা হ্যায়।" মগজ্ঞ গৰম হৈ গল। জেলৰ বাবুৰ ইয়াতকৈ ডাঙৰ দুঃসংবাদ নাই। খঙেৰে তালৈ চাওঁতে সি বিনয়েৰে কলে, "একঠো কমতি হ্যায়।"

লক আপ ইয়াৰ্ডত আহি দেখো কাৰো মুখত মাত নাই। সকলো ৱাৰ্ড দুবাৰকৈ গণনা কৰা হৈছে। হিচাবত হ'ব লাগে তেৰশ তিৰাল্লিচ হৈছে তেৰশ বিৰাল্লিচ। পিছৰ হুকুমলৈ সকলোৱে উৎকণ্ঠাৰে বৈ আছে। Count again. কয়দীবোৰ দুলাইনকৈ বহিল। এইবাৰ জামাদাৰেই নহয় ডেপুটি বাবুহঁতো গণ্টিত লাগিল। এটাকৈ এটাকৈ সকলো কয়দী পুনৰ লক-আপ ইয়াৰ্ডত সোমাল।

এইবাৰ মাত্ৰ এটা শেষ আৰু চৰম পন্থা বাকী আছে— পাগলা ঘণ্টা। তাৰ পিছত তাণ্ডৱ আৰম্ভ হ'ব। লাঠি আৰু বন্দুক কান্ধত লৈ পঞ্চাশ ষাঠি দাল জোৰ লৈ অসম্ভৱ ঠাইত নিষ্ফল অনুসন্ধান, প্ৰাচীৰ বেষ্টন আৰু পুলিচ বাহিনীৰ ব্যৰ্থ আস্ফালন। এই লঙ্কা কাণ্ড শেষ কৰাৰ পিছতো খবৰ আহিল, "একঠো কমতি হ্যায়।"

বৰ জামাদাৰলৈ চাই কলো, "সকলো কৰা হ'ল, এইবাৰ শিঙা বজাই দিয়া। "মিল গিয়া, মিলগিয়া" উধাতু খাই লৰি আহিল এজন ৱাৰ্ডাৰ।

কত? কাক পালা? একেলগে এশ এবুৰি প্ৰশ্ন। "সেই গছতে ওলমি আছে।"

চমক্ খাই সুধিলো, "ওলমি আছে?'?

হাস্পতালৰ পিচফালে ৱালৰ দাঁতিত বহুত দিনীয়া এজোপা আহঁত গছ আছে। তাৰ দাল পাতৰ মাজৰ পৰা দুখন ভৰি ওলমি আছে। ওচৰলৈ গৈ দেখিলো চুৰিয়া পকাই এটা মুৰ গছত বান্ধিছে আৰু এটা ডিঙিত।

কেইমিনিটমানৰ ভিতৰত শটো নমাই অনা হ'ল। ডাক্তৰে নাড়ী চাই মুৰ জোকাৰিলে। জিভা, চকু ওলাই গৈছে। বীভৎস দৃশ্য। তথাপি প্ৰথম দৃষ্টিতে চিনি পালো। জামাদাৰলৈ চাই কলো, "ঘণ্টি।"

চেণ্ট্ৰেল তাৱাৰৰ ওপৰৰ পৰা তিনটা ঘণ্টা বজাই জনাই দিলে যে সকলো থিকে আছে।

দেওবাৰ, আবেলি চাৰি বাজি পয়ত্ৰিচ মিনিট গৈছে। সদলবলে ফাইল চাইছো। ফিটা বন্ধা ফাইল নহয়। আইনৰ শিকলিৰে বন্ধা মানুহৰ ফাইল। ভদ্ৰ সমাজে তাহাঁতক বৰ্জন কৰিছে, মানৱতাৰ দাবীক প্ৰত্যাখ্যান কৰিছে। সংসাৰৰ সহজ আৰু প্ৰকাশ্য পথ এৰি সিহঁতে এন্ধাৰ পিচল পথেদি বাট বুলিছে। কপালত অপৰাধীৰ বোকাৰ তিলক— তেনে মানুহৰ ফাইল চাইছো।

এটা কিনাৰৰ পৰা দীঘল শাৰীটো এবাৰ চালো। পিন্ধনত জাঙিয়া, কুৰ্তা,

ককালত গামোচা বন্ধা, মূৰত টুপী, বাওহাতত টিকট আৰু সোহাঁত কাষত ওলমি আছে। বুকুৰ ওপৰত এলুমেনিয়ামৰ টিকট। শাৰীকৈ ঠিয় হৈ আছে ইণ্ডিয়ান পেনাল কোৰ্ডৰ এটা এটা জীৱন্ত ধাৰা। তিনিশ উনানব্বৈৰ দাতিতে তিনিশ দুই তাৰ ওচৰতে চাৰিশ পাচিচ বা তিনিশ চৌৰানব্বৈ। হত্যাকাৰী, ফাঁকিবাজ, নাৰীধৰ্ষণ কাৰী, পকেট কটাৰ বিচিত্ৰ সমাবেশ। কিন্তু মোৰ চকুত এই বৈচিত্ৰ্য অৰ্থহীন। ইয়ালৈ আহিলে ৰাম, যদু সকলো সমান। তাহাঁতৰ অপৰাধৰ বিৱৰণ মই নেজানো, তাহাঁতৰ আগৰ জীৱনৰ কথাও নেজানো। মোৰ সমুখত ঠিয় হোৱাটোৱে ওচৰ চুবুৰীয়াৰ ঘৰৰ পৰা চাউল আৰু পইতা ভাত চুৰ কৰিছিল। তাৰ সিফালৰটোৱে ওচৰৰ ঘৰৰ আঠবছৰীয়া ছোৱালী এজনীৰ বুকুত চুৰি মাৰি ডেৰতোলা ওজনৰ সোণৰ হাৰ চুৰ কৰিছিল। মোৰ ওচৰত তাহঁতৰ একমাত্ৰ পৰিচয় "কয়দী।" ইয়াকে জানি মই তাহাঁতক শুদ্ধ কৰাৰ ভাৰ লৈছো।

মোৰ কয়দী বাহিনীৰ মনৰ খবৰ মই নেজানো। সেয়েহে সকলোকে মই সম দৃষ্টিৰে চাওঁ আৰু সম আচৰণ কৰো। এজন মানুহৰ আন এজনৰ লগত থকা বিৰাট ব্যৱধানৰ কথা আমাৰ শাস্ত্ৰই নেমানে। আমাৰ শাস্ত্ৰমতে ৰাম যদু একে। আহাৰে, বিহাৰে, কাৰ্য্যে, অৱসৰে, শাসনত আৰু শৃঙ্খলত একে সূত্ৰে গঁঠা। সকলোকে একে পাত্ৰত থৈ ডিচিপ্লিনৰ পিহনাৰে পিহি পেলাইছো। যি বস্তু তৈয়াৰ হৈছে তাৰ সোৱাদ, বৰণ, গোন্ধ সম্বন্ধে মই নিৰ্বিকাৰ।

বৰ্ত্তমান মোৰ কাম সাপ্তাহিক "ফাইল" পৰিদৰ্শন। কাৰ কি অভিযোগ, কাৰ কি নিবেদন শুনিবলৈ আহিছো। যদিও জানো সঁচা অভিযোগ কিবা থাকিলে মোৰ ওচৰত অনুক্তই থাকিব। যাৰ সম্বন্ধে অভিযোগ তাৰ দীৰ্ঘ শোভাযাত্ৰ মোৰ পিছে পিছে আহি আছে।

"আপত্তি আছে বাবু।"

প্ৰচেচন ৰৈ গল।

"কি আপত্তি?"

বক্তাৰ বোধ হয় সত্তৰ বছৰ পাৰ হৈ গৈছে। কুজা হৈ কোনোমতে ফাইলৰ শৃঙ্খলা ৰক্ষা কৰিছে। টিকটখন মোক দি কলে, "চাওকচোন মোৰ বয়স কিমান লিখিছে।" তেওঁৰ দাতিতে থকা দেখাত একে কয়দীটোৰ টিকটখনো টানি আনি কলে, "এইখনো চাওঁক।" কণ্ঠত উত্তেজনাৰ আভাষ।

"কি হৈছে কোৱাছোন?"

"কম, আগেয়ে বয়সটো চাওঁক।" লগে লগে সুধিলো "কি লেখা আছে?" জামাদাৰৰ অসহ্য হ'ল, কিবা এটা কব খোজোতে মই থাৰেৰে মনে মনে থাকিবলৈ কৈ বুঢ়ালৈ চাই কলো, "তোমাৰ বয়স বাসত্তৰ আৰু ইয়াৰ পয়ষষ্ঠি।"

"তেন্তে ৰাইটাৰ বাবুৱে থিকেই কৈছে। কিন্তু এয়া তোমালোকৰ কি বিচাৰ? মোৰ ল'ৰাতকৈ মই সাত বছৰৰ হে ডাঙৰ?"

"এওঁ তোমাৰ ল'ৰা নেকি?"

"মোৰ নহে গাৱৰ নে?'

দাতিৰ মানুহজনে কলে, "হয় হুজুৰ, এয়া মোৰ পিতা। বয়স হৈছে নহয় খঙটো বেগেতে উঠে।"

"তই মনে মনে থাক'? বুঢ়া গৰজি উঠিল। জেল খাটিবলৈ আহিছো বুলি যাক জন্ম দিছো তাক ল'ৰা বুলি কব নোৱাৰিমনে?"

মিঠা মুখেৰে কলো, "কোনে কৈছে নোৱাৰিবা বুলি। সেইটো আমাৰে ভুল।'?

ডাক্তৰলৈ চালো বেচাৰাৰ গাত দোষ নাই। বয়স নিৰ্দ্ধাৰণৰ ডাক্তৰি প্ৰক্ৰিয়া কি আছে নেজানো। টিকট দুখন ডাক্তৰৰ হাতত দিওঁতে ডাক্তৰে লাহেকৈ কলে, "হেৰা অকমানি ল'ৰাটোৰ বাপেক। তুমি দেখোন আগতেই কব পাৰিলাহেতেঁন।" বুঢ়াৰ মাত তুঙ্গত উঠিল, "মই কি কম? তোমালোকে বুজি নোপোৱা?"

আপত্তিৰ বেচি ভাগ চিঠি সংক্ৰান্ত। সাধাৰণ কয়দীয়ে দুমাহৰ মুৰত এখন চিঠি লিখিব পাৰে। বাহিৰৰ পৰা অহা চিঠিৰ ব্যৱধানো দুমাহ হ'ব লাগিব। ডেপুটি বাবুহঁতে টিকটৰ নম্বৰ আৰু সময় চাই চিঠি মঞ্জুৰ কৰে।

"এখন আবেদন লাগে হুজুৰ" বুলি পানাউল্লা নামৰ এটা ল'ৰাই আবেদন জনালে।

ওচৰত যিবোৰ ডেকা ল'ৰা আছিল। তাহাঁতৰ মুখত টেঁপামৰা হাঁহি। পানাউল্লাই কলে, "দদায়ে লিখিছে ঘৈণীয়ে হেনো আকৌ নিকাহ কৰিছে।"

মই মুখ মেলাৰ আগতে আমাৰ ডিপুটি খালেকে কলে, "নিকাহ নকৰাই কি কৰিব? তুমি অনুগ্ৰহ কৰি সাতবছৰ জেলত পচিবা আৰু ঘৈণীয়েৰ তোমালৈ বাট চাই থাকিব নহয়?" পানাউল্লাই লগে লগে উত্তৰ দিলে, "নিকাহ কৰিব খুজিছে কৰক কিন্তু মানুহ আৰু নেপালে। যিটো গয়জুদ্দিয়ে মই থাকোতে ওচৰেই নেচাপিছিল। কুকুৰৰ দৰে নেজ কোচাই ঘূৰি ফুৰিছিল। আজি মই নাই বুলি তাক"— তাৰ চকু হাল হিংস্ৰ পশুৰ দৰে জ্বলিবলৈ ধৰিলে। পানাউল্লাক পত্নী বিচ্ছেদৰ আশঙ্কাই বিচলিত কৰা নাই। কৰিছে তাতকৈ গভীৰ সমস্যাই।"

"নিকাহত বাধা নিদিও।" বচিৰ দাৰোগাক মাথো কম, "পানাউল্লা চিৰজীৱন জেলত নেথাকে, এদিন সি মুকলি হ'বই।"

ইয়াৰ পিছত যিবোৰ আবেদন পালো, তাত কোনো নতুনত্ব নাই। ঘৰৰ ল'ৰা তিকতা লঘোণে মৰিছে। শত্ৰুপক্ষীয় লোকে অত্যাচাৰ কৰিছে। জমিদাৰে খাজনা নিদিয়াত ঘৰবাৰী নীলামত দিছে। এইবোৰ কাহিনী বছৰৰ পিছত বছৰ চলি আহিছে।

যেতিয়া প্ৰথম চাকৰিত সোমাইছিলো তেতিয়া এনে চিঠি দেখিলে মন উত্তেজিত হৈ পৰিছিল আৰু এতিয়া এইবোৰ কাহিনীয়ে মনক স্পৰ্শ নকৰে। যন্ত্ৰৰ দৰে দৰখাস্ত মঞ্জুৰ কৰো— ফলাফল সম্বন্ধে কোনো মিছা ধাৰণা পোষণ নকৰো।

ডাঙৰ ডাঙৰ মকৰ্দ্দমাৰ সুবিজ্ঞ বিচাৰকে অপৰাধীক সাত, দহ, বিচ বছৰ জেল দিয়াৰ বায়ত আমি অৰ্থাৎ সৎ, শিষ্ট, ভদ্ৰলোক সকল নিশ্চিন্ত হওঁ। জজ চাহাবে আত্মপ্ৰসাদ লাভ কৰে। খবৰ কাগজৰ সম্পাদকে তেওঁৰ ন্যায় বিচাৰৰ গুণানুকীৰ্ত্তন কৰে। কিন্তু এই কথা জজ চাহাবেও নেভাবে বা আমিও নেভাবো এই শাস্তি পালে কোনে? জেলত সোমোৱা মানুহৰ নিশ্চয় লাজ আছে, দুখ আছে সাংসাৰিক ক্ষয় ক্ষতি আছে। অপযশ, অসন্মান আছে। স্বাধীনতা হেৰুৱাই, আপোনজনৰ পৰা আঁতৰি থকা বেদনা সম্বন্ধে মই সচেতন। কিন্তু বন্দীক আমি যিমান সমবেদনা দেখুৱাও সিমান তেওঁৰ প্ৰাপ্য নহয়। দিন যোৱাৰ লগে লগে তাৰ মনৰ দাগ, লাজ, অপমান, আপোনজনৰ পৰা আঁতৰি থকা কষ্ট কমি আহে। অসহনীয় দিন সহনীয় হয়। বন্দীৰ মাজত গঢ়ি উঠে এক নতুন সমাজ, সহকৰ্মীৰ মাজত নতুন ঘনিষ্ঠতাৰ সূত্ৰপাত হয়। দেখা দিয়ে নৱৰূপী বন্ধুত্ব।

আৰু দিন যায়— ঘৰৰ স্মৃতি অস্পষ্ট হৈ পৰে, বাহিৰৰ জগতৰ আকৰ্ষণ কমি আহে। আৰু দিন যোৱাৰ পিছত এই সংকীৰ্ণ জগতৰ শৃঙ্খলাৰ লগত নিজকে খাপ খুৱাই লয়। কেতিয়াবা হে মনত পৰে এয়া তাৰ গৃহ নহয় কাৰাবাসহে।

বিচাৰকৰ বিচাৰৰ দণ্ডভোগ কৰে আসামীৰ ওপৰত নিৰ্ভৰ কৰি থকা কিছুমান নাৰী আৰু শিশুৰ দলে। জেলৰ ভিতৰ হোৱাৰ লগে লগেই দোষীয়ে পালে অন্ন, বস্ত্ৰ, নতুন সমাজ, নতুন বন্ধন। কিন্তু কাৰাদণ্ডৰ কঠোৰতা ভোগ কৰিব লগা হ'ল পৰিত্যক্ত প্ৰিয়জনেহে। জেললৈ আহোঁতে তাৰ শেষ সম্বল শেষ কৰিয়েই আহে।

অৱশ্যে ইয়াৰো ব্যতিক্ৰম আছে। যি সকলে আপোনাৰ, মোৰ নিচিনা দহজনৰ বহু কষ্টেৰে সঞ্চিত ধন বন্ধু বেশেৰে আহৰণ কৰি বেঙ্ক বা লিমিটেড কোম্পানীৰ নামত সাত তলা ঘৰ সাজে সুন্দৰ ঠাইত। তাৰ পিছত হঠাৎ এদিন লালবাতি জ্বলাই এন্ধাৰত মিলি যায় তেওঁলোক কাচিৎ আহে আমাৰ এই অতিথিশালালৈ। স্ত্ৰীৰ নামত সুন্দৰ ঠাইত থৈ আহে বিশাল প্ৰাসাদ, সৰহ ধনৰ বেঙ্কৰ পাচবুক— সেই সকল ভাগ্যবান মোৰ আলোচ্য নহয়। জেলৰ অৰণ্যত তেওঁলোক এমুঠি মানহে।

মই সাধাৰণৰ কথাহে কৈছো— যি বোৰ শতকৰা আঠানৱৈ জন প্ৰতিদিনে দলে দলে আহি মোৰ লঙ্গৰ খানাত ভিৰ কৰেহি। অহাৰ আগতে মকৰ্দ্দমাৰ কাৰণে ঘটি, বাতি, স্ত্ৰীৰ হাতৰ, কাণৰ অলঙ্কাৰ, পৈত্ৰিক ভেটি, দুই চাৰি বিঘা খেতিৰ মাটি সকলো শেষ কৰি বৃদ্ধা মাক, যুৱতী স্ত্ৰী, আৰু শিশুৰ হাতত দি আহে দাৰিদ্ৰ্য, অনশন আৰু লাঞ্চনা।

কাছাৰীয়ে যি Rigorous imprisonment দিয়ে তাৰ imprisonment

টোহে তাৰ ভাগত পৰে, rigorous ৰ ভাৰ বহন কৰে এৰি থৈ অহা আশ্রিত দলে।

প্রতি দেওবাৰে এৰি অহা নাৰী শিশুৰ জেলৰ সন্মুখত ভিৰ হয়। মই দুইতলাৰ বাৰাণ্ডাৰ পৰা চাই থাকো। সেইবোৰ মানুহৰ দৃষ্টি অসহায়, উদভ্রান্ত। গৃহস্থৰ শ্যামলিমা তাত পাবলৈ নাই। আবেলি চাৰিবজাত সাক্ষাৎকাৰ হয়। ফটা চিতা বস্ত্র পৰিহিতা স্ত্রী লোহাৰ গৰালৰ বাহিৰ ফালে ঠিয় হয়। সেই নাৰীক বেষ্টন কৰি থাকে এদল অৰ্দ্ধ উলঙ্গ ক্ষুধাতুৰ শিশুৱে। চকুৰ পানীৰে স্বামীৰ আগত দুখৰ বৰ্ণনা দিয়ে— সৰু ল'ৰাটো বিনা দৰবে এদিন জ্বৰতে মৰিল, ডাঙৰ ছোৱালীজনী ধৰি নিলে অজগৰ মুন্সীৰ ভতিজাকে, ডাঙৰ ল'ৰাটো ঘৰৰ পৰা পলাল। বুঢ়ী এতিয়াও মৰা নাই। জমিদাৰৰ মহৰীয়ে খাজানা নিদিলে ভেটিৰ পৰা উঠাই দিব বুলি দুই বেলা শুনাই থৈ গৈছেহি।

"মই কি কৰিম?" গাৰদৰ ইফালৰ পৰা স্বামীয়ে উদাস কণ্ঠে উত্তৰ দিয়ে। তাৰ দেহত পৰিস্কাৰ জেলৰ কাপোৰ, সৰ্ব্ব অঙ্গত স্বাস্থ্য, মুখত দাৰ্শনিক গাম্ভীৰ্য্য।

এইদৰেই বছৰ পাৰ হৈ যায়। মাজে মাজে স্ত্রীয়ে আহি একে কাহিনীকে শুনাই থাকেহি। শেষলৈ হাড় ওলোৱা সন্তানৰ পাল লৈ আহিবলৈ এৰি দিয়ে। কোনে জানে তাহাঁতৰ কি হ'ল? জীয়াই আছেনে মৰিল সেই খবৰৰ কাৰ কি প্রয়োজন?

দণ্ডদাতাই দণ্ড দিয়েই কৰ্ত্তব্য সমাপণ কৰে। তেওঁ নেজানে তেওঁৰ দণ্ডই ক'ত সুন্দৰ সংসাৰ, শিশুৰ কল-কাকলিৰে ভৰা গৃহ মষিমুৰ কৰি পেলায়।

দিন যায়। দীৰ্ঘ দণ্ডকাল শেষ হয়। যি লোহাৰ তোৰণে তাক গ্রহণ কৰিছিল এইবাৰ বৰ্জন কৰাৰ পাল। গেটৰ বাহিৰ ওলাই মুক্ত পৃথিৱীৰ পোহৰত তাৰ বুকু কঁপি উঠে। কলৈ আহিলো? এয়া কোন দেশ? এই যে জনস্রোত বাৰিষাৰ পানীৰ দৰে গৈ আছে। কলৈ গৈছে কিহৰ টানত গৈছে? দহ-বাৰ বছৰ সি এনে দৃশ্য দেখা নাই। অগণিত মানুহে ৰাতিপুৱাৰে পৰা কাম কৰি গৈছে, নিজক প্রতিষ্ঠা কৰাৰ আকাঙ্খা লৈ যে গৈ আছে সি পাহৰি যায়। নিজৰ কাৰণেই নহয় প্রিয়জনৰ কাৰণেও অন্ন লাগে, বস্ত্র লাগে, সমৃদ্ধি, সন্মান লাগে। এনে জীৱনৰ কণা মাত্রও সি কাৰাজীৱনৰ দহ বছৰত পোৱা নাই। অন্ন, বস্ত্র, আশ্রয়ৰ কথা সি ভাবিব নেলাগিছিল। সেইবোৰ পাইছিল সদাশয় চৰকাৰৰ অনুগ্রহত। সি কাম কৰিবলগীয়া হৈছিল, কিন্তু কাম কৰি খাব লগীয়া হোৱা নাছিল। সেয়া জানো কাম? মাত্র হাত ভৰি পৰিচালনাহে। তাৰ মাজত প্রাণ বা প্রেৰণা নাছিল। জেলৰ কাৰখানাত সি এটা সজীৱ যন্ত্র।

দহবছৰৰ পিছত সি চলমান জনস্রোতলৈ চাই কুৰলীয়ে আবৰা তাৰ অতীতলৈ ঘূৰি চালে। সকলোলৈকে মনত পৰিল। কিন্তু বুকুৰ ভিতৰত মমত্ববোধ অনুভৱ নকৰিলে। শ্রদ্ধা, প্রীতি, স্নেহৰ সামান্য অংশও অন্তৰৰ জলস্রোতত বৈ যোৱা নাই।

তিনিমাহ জেলখটা এজনে তাৰ ওচৰলৈ আহি সুধিলে, "ঘৰলৈ নোযোৱা?"

"ঘৰ?" তাৰ ওঠত এক ব্যঙ্গ হাঁহিৰ কুঞ্চন ফুটি উঠিল। তাৰফালে নোচোৱাকৈয়ে বিড়িটো জ্বলাই উদাসীনভাৱে জন অৰণ্যৰ মাজত সি নাইকীয়া হ'ল।

ফাইলৰ পিছতে Case table. চেণ্ট্ৰেল টাৱাৰৰ তলত মোৰ আবেলিৰ অফিচৰ এটা সময়। ইয়াতে বহিয়েই মই কয়দীৰ টিকটত কেচ লিখো। হৰেক ৰকমৰ কেচ। কাৰোবাৰ কম্বলত পোৱা গৈছে দুপাত চাধা আৰু এটোমা চুণ, কাৰোবাৰ দৈনিক খাটনি সম্পূৰ্ণ হোৱা নাই। সি জাঁতত এমোন বুত পিহিব লাগিছিল, পিহিছে চয়ত্ৰিচ সেৰ বাৰ ছটাকহে। কোনোবাই চৌকাৰ ওচৰৰ পৰা লুকুৱাই দুটা পিয়াঁজ আৰু জলকীয়া আনিছে। কোনোবাই গামোচা সলনি দি মেট চাহাবৰ পৰা আধাসেৰ গাখীৰ আৰু অলপ চেনি সংগ্ৰহ কৰিছে।

এনে ধৰণৰ কত কেচৰ তদন্ত কৰি ৰাতিপুৱা সুপাৰৰ ওচৰত অপৰাধীক হাজিৰ কৰো আৰু এবাৰ শুনাৰ পিছত তেওঁ বিচাৰ কৰে। কাৰোবাক দিয়ে দাণ্ডাবেড়ি, কাৰোবাক হাত কেৰেয়া। কোনোবাই বস্তাৰ কাপোৰ পিন্ধিব লগীয়া হয়। কোনোবাই খাবলগীয়া হয় ভাতৰ মাৰ।

"ফেকু গোৱালা" জামাদাৰে চিঞৰিলে। এটা মানুহক হাতত ধৰি মোৰ মেজৰ ওচৰত-ঠিয় কৰাই জামাদাৰ গৰ্জ্জি উঠিল "চেলাম কৰ," মই চাই দেখো তাৰ চকু দুটা জবা ফুলৰ দৰে ৰঙা, উখহিছে আৰু চকুপানী বৈ আছে।

"চকুত কি হ'ল?"

"চুণ লগাইছে কিতো হৈছে?" জামাদাৰে কলে।

"নাই হুজুৰ।"

"চকু ৰঙা হ'ল কিয়?"

"বেমাৰ" বুলি মিচিক কৈ হাঁহিলে।

"দেবালৰ পৰা চুণ বালি একৰাই চকুত লগোৱা দেখিছো" বুলি দুজন সাক্ষীয়ে কৈ গল। তাৰ হাস্পতাললৈ যাবৰ মন।"

টিকট মেলি দেখো কেইমাহমান আগতে কাপোৰ ধোৱা চাবোন খাই গ্ৰহণী বেমাৰ কৰি হস্পিটালত পোন্ধৰ দিন আছিলগৈ। দাবি দি সুধিলো "চকুত চুণ দিছ কিয়?"

"বাৰ সেৰ ঘেহু পিহিব নোৱাৰো।"

"নোৱাৰিলেই হ'ব, আব্দাৰ পাইছ?"

টিকটৰ প্ৰথম পাতত ডাক্তৰৰ নোট "স্বাস্থ্য ভাল টান কাম কৰিব পাৰিব।'?

জেলকোডৰ মতে এনেকুৱা মানুহে দিনে বাৰসেৰ গম জাঁতত পিহিব লাগে। চকুত চুণ লগোৱা ব্যৰ্থ নহ'ল। কিছুদিন হস্পিটালত থাকিব পাৰিব। পিছত আহি বৰ চাহাবৰ ওচৰত হাজিৰ হ'ব।

সকলোতকৈ শেষত আনিলে এটা সোতৰ-ওঠৰ বছৰীয়া ল'ৰা। সুন্দৰ চেহেৰা, দীৰ্ঘকায়, বগা বৰণৰ— অকল দেখাতে সুন্দৰ নহয় তাৰ কপালত, ওঁঠত আভিজাত্যৰ

চাপ। জেল থানাত এনে সুশ্ৰী লোক প্ৰায়ে দেখা নেবায়। ই আহিল কেনেকৈ? দন্, হাই, খুন আদি কৰি কাচিৎ দুই চাৰিটা ডাঙৰ মানুহৰ ঘৰৰ ল'ৰা আহে। ইয়াৰ অপৰাধ দেখিছো চুৰি, ছমাহ জেল। অন্যমনস্ক হৈ পৰিছিলো। জামাদাৰৰ গৰ্জনত চমক ভাগিল কলে, "এক নম্বৰ হাৰামী হুজুৰ, ফাইলনৈ কেতিয়াও নাহে।"

সুধিলো, "কিয় নাহা ফাইললৈ?"

"টোপনি আহিছিল চাৰ।'

কথাটো বিশ্বাস নহ'ল। সি ছাগে সকলোৰে লগত একেলগে ঠিয় হোৱাৰ লাজটো গুচাব পৰা নাই।

"তোমাৰ নাম কি?"

"পৰিমল ঘোষ।"

"দেউতাৰৰ নাম?"

"সেই টিকটত লিখা আছে চাৰ।"

কঠুৱা মাতেৰে কলো, "জানো, তথাপি তোমাৰ পৰা শুনিব খুজিছো।"

ল'ৰাটোৱে এক মিনিটমান ভাবি কলে, "বিজয় গোপাল ঘোষ।"

এয়া কোন বিজয় গোপাল? একে নামৰ কত মানুহ থাকে। কিন্তু কিজানি আমাৰ বিজয়ৰে ল'ৰা বা। জামাদাৰক কলো, "এওঁক অফিচলৈ লৈ যোৱা।" অফিচত সহকৰ্মী সকলৰ পৰা পোৱা তথ্যত কথাটো সত্য প্ৰমাণ হ'ল। বিজয় মোৰ বন্ধু আৰু সহপাঠী। এম, এ আৰু ল পাচ কৰি আলিপুৰ কৰ্টলৈ অহা যোৱা কৰি পিছত চাকৰি এটা লৈ কলিকতাৰ পৰা আতঁৰি গল। তেতিয়াৰে পৰা দেখা দেখি হোৱা নাই। কাৰোবাৰ মুখত শুনিছিলো কোনোবা বৰ ধনী মানুহৰ ছোৱালী বিয়া কৰাই পৰিয়ালৰ পৰা আতঁৰি গৈছে বুলি। সচাঁ মিছা কব নোৱাৰো। ময়ো কোনো দিন যোগাযোগ ৰখাৰ চেষ্টা কৰা নাছিলো— পাহৰিয়েই গৈছিলো। আজি যে এইদৰে মনত পেলাব লগীয়া হ'ব কোনে জানে?

আমাৰ কলেজৰ এখন গ্ৰুপ ফটো আনি পৰিমলক দেখুৱাই সুধিলো, "চোৱাছোন কাৰোবাক চিনি পোৱানে? সি চমক্ খাই সুধিলে "আপুনি এই ছবি কেনেকৈ পালে? ইয়াত যে মোৰ দেউতা আছে।"

"তোমাৰ দেউতাৰাৰ কাষৰজনক চিনি পাইছানে?"

"নাই পোৱা।'?

"ভালকৈ চোৱা।"

বুদ্ধিমান ল'ৰা। এবাৰ সলজ্জ হাঁহিৰে কলে, "আপুনি।"

ফটোত যেনেকৈ দেখিছা কলেজ হষ্টেলতো আমি তেনেকৈয়ে ছটা বছৰ

কটাইছিলো লগালগিকৈ। বিজয় মোৰ বন্ধু আৰু সহপাঠী। আমাৰ দুয়োৰে বৰ মিল আছিল আৰু সেই বিজয়ৰ ল'ৰা তুমি ইয়াত?"

তাৰ চকু পৰোতেই মোৰ মাত হৰিল। দাতেঁৰে ওঠ চেপা মাৰি ধৰি ওলাই আহিব খোজা চকুপানী সামৰাৰ আপ্ৰাণ চেষ্টা। এবাৰ মোৰ চকুলৈ চাই তাৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। দুইটা চকুৰ পৰা অবিৰাম পানী পৰিবলৈ ধৰিলে।

আপোন মানুহ জেলত সোমালে জেলকৰ্মীক জনোৱাতো জেলকোডৰ নিয়ম। আত্মীয়জনক তেতিয়া অইন ঠাইলৈ বদলি কৰি দিয়ে। পৰিমল মোৰ আত্মীয় নহয় তথাপি অনেক চিন্তা কৰি সেই নিয়মকে মানি ললো। যাবৰ সময়ত কলে, "ভালেই হ'ল, মোক অইন জেললৈ পঠিয়াবলৈ আপোনাক কম বুলি ভাবিছিলোৱেই।" হঠাৎ মনটো জোকাৰ খাই উঠিল সুধিলো "তুমিও মোৰ পৰা আতৰিবলৈ বিচাৰিছা কিন্তু কিয়?" পৰিমলে মুখেৰে একো নেমাতিলে। তলমূৰকৈ ঠিয় হৈ ৰল। ময়ো উত্তৰৰ কাৰণে জোৰ নিদিলো। মাথো কলো, "যতে থাকা জেলৰ আইন কানুন মানি চলিবা। তেতিয়া বহুত অনৰ্থক অসুবিধাৰ হাত এৰাব পাৰিবা।"

চাৰি-পাচ মাহৰ পিছত এদিন শকত খামৰ এখন চিঠি পালো। হাতৰ আখৰ অচিনাকী, তলৰ নামটো চাই দেখিলো হতভাগ্য পৰিমল। পৰিমলে যে মোলৈ চিঠি লিখিব মই কল্পনাই কৰা নাছিলো। সিটো মোক এৰি চলিবলৈকে বিচাৰিছিল। সংসাৰৰ কিমান ঘটনা নো স্বাভাৱিক ভাৱে ঘটে?

চিঠিখন মোৰ হাতত নাই। যত্নেৰে ৰাখিছিলো যদিও বদলিৰ সময়ত কৰবাত হেৰাল। কিন্তু চিঠিৰ প্ৰত্যেকটো কথা মোৰ সোৱৰণীৰ পটত জ্বল জ্বল পট্ পট্ হৈ আছে। কত দিন হৈ গল। তথাপি তাৰ হেৰাই যোৱা চিঠিৰ বুকুৰ পৰা মই তাৰ কণ্ঠস্বাৰ শুনিবলৈ পাইছো।

দদাইদেউ,

আপোনাৰ শেষ উপদেশ ইমান দিন আখৰে আখৰে পালন কৰিছিলো কিন্তু আৰু নোৱাৰিলো। জেললৈ অহাৰ পিছত এই চিঠিয়েই আইন ভঙ্গৰ প্ৰথম অপৰাধ। সেই অপৰাধ কিয় কৰিছো চিঠি পঢ়িলেই বুজি পাব।

মোৰ এই চিঠি পাই আপুনি বিৰক্ত নহ'লেও আচৰিত হ'ব। যাৰ চকুৰ আগৰ পৰা পলাই আহিবলৈ ব্যস্ত হৈ পৰিছিলো আজি তেওঁকে আকৌ এই দীঘলীয়া কাহিনী শুনাবলৈ যাম বুলি ভবা নাছিলো। সেয়েহে পলাই আহিও পলাই থাকিব নোৱাৰিলো। মোৰ হাতৰ পৰা যে আপুনি অনেক দুখ পাবলগীয়া আছে। কি অৱস্থাত কি দুৰ্যোগৰ মাজত এই নৰকৰ পথলৈ নামিছিলো আপোনাক কোৱা হোৱা নাই। এনে সৰ্ব্বনাশ কিয় হ'ল? ইমান উচ্চমনা পিতাৰ আদৰ্শই মোক কিয় ৰাখিব নোৱাৰিলে?

মই জানো এই কাহিনী শুনি আপোনাৰ মোৰ প্ৰতি ঘিণ উপজিব। সংসাৰত মোৰ কাৰণে কাৰো দয়া নাই, ক্ষমা নাই, সমবেদনা নাই কিন্তু আপোনাকতো এইবোৰৰ

শৰীৰত থব নোৱাৰো। ইয়াৰ পৰাই মই গম পাইছো এই হতভাগ্যৰ কাৰণে আপোনাৰ অন্তৰত যি বস্তু সঞ্চিত আছে, তাক মই দেউতাৰ বাহিৰে কাৰো পৰা পোৱা নাই। সেয়েহে চিঠি লিখিবলৈ লৈ ''দদাইদেউ'' সম্বন্ধ লেখি পেলালো। আপোনাক দদাইদেউ বুলি মতাৰ স্পৰ্দ্ধা হ'ব বুলি এক মুহূৰ্ত্তৰ আগতেও ভবা নাছিলো।

মোৰ কথা কবলৈ গলেই প্ৰথমে আহে দেউতাৰ কথা। আপোনাক সেইদিনা কব খুজিও কব নোৱাৰিলে। দেউতা নাই। আঠমাহৰ আগতে আমাক এৰি গুচি গল। তেখেতৰ এই অকাল মৃত্যু মৰ্ম্মান্তিক হলেও হয়টো এদিন সহিব পাৰিম। কিন্তু যি দুখ, দুৰ্দ্দশা, লাঞ্চনাৰ মাজৰে তেখেত তিল তিলকৈ মৃত্যু মুখলৈ আগবাঢ়ি গৈছিল ইমান পাষণ্ড হৈও এক লহমাৰ কাৰণে পাহৰিব পৰা নাই। দেউতাৰ মৃত্যুৰ লগত সাঙোৰ খাই আছে মাৰ কথা। যি কথা উচ্চাৰণ কৰা সন্তানৰ পক্ষে পাপ। যিমান দিন জীয়াই থাকিম সেই বোজাৰ পৰা মোৰ নিস্তাৰ নাই।

সেই ভয়ঙ্কৰ দিনটো চকু মুদিলেই দেখো। দেউতা হাওৰালৈ বদলি হৈ আহিছে। শিবপুৰত এটা ঘৰত আমি থাকো। কিছুদিনৰ পৰা দেউতা ব্লাডপ্ৰেচাৰত ভূগিছিল। ইয়াৰ কাৰণ ভীষণ সাংসাৰিক অশান্তি। মাজে মাজে ইমান বেছি হয় যে পাচ সাত দিন মূৰকে ডাঙিব নোৱাৰে। এনে অৱস্থাতো চাকৰি কৰিব লাগে। সেইদিনা কাছাৰীলৈ যাবলৈ ওলাইছে। মাই আহি সুধিলে, ''টকাৰ ব্যৱস্থা কি হ'ল?'' মাজুত আৰু তিনিদিন হে আছে। বস্তুটো চাই চিতি কিনিব লাগিব।'' দেউতাই জোতাৰ ফিটা বান্ধি বান্ধি কলে, 'ইমান টকা যোগাৰ কৰিবই পৰা নাই। ধাৰ নেপাও কতো।'' মাই আচৰিত হৈ কলে, 'ইমান টকা মানে? অন্ততঃ পাচশ টকা নহ'লে চেইন এডাল কত পাম?''

অলপ বৈ কলে, ''একেজনী ভনী। তাইৰ প্ৰথম ছোৱালীৰ বিয়া নোযোৱাকৈও নোৱাৰো। তোমাৰ হাতত পৰিছো যেতিয়া সুদা হাতেৰেই যাব লাগিব।''

দেউতাই টুপীটো তুলি লৈ কলে, ''মইতো একো উপায় দেখা নাই। ঘৰৰ খৰচৰ টকাৰ পৰাই এশমান টকাৰ কিবা এটা—''

''এশ টকা?'' মা টিঙিৰি তুলা হ'ল। ''তোমাৰ যেনিবা মান ইজ্জত নাই। কিন্তু মই এশ টকাৰ বস্তু এটা লৈ গলে দেউতাৰ মুখ কত ৰব?'' মই দাতিৰ কোঠালীত স্কুললৈ যাবলৈ কিতাপ সামৰিছিলো। দেউতাই কলে, ''তই স্কুললৈ যা।'' মই তেওঁৰ চেহেৰা দেখি চক্ খাই উঠিলো— কি চেহেৰা হৈছে দেউতাৰ? এতিয়া গুই নেথাকিলে বিপদ হ'ব। পিছে কেতিয়াও দেউতাৰ অবাধ্য হোৱা নাছিলো। মই স্কুললৈ ওলালো। মোৰ পিছে পিছে দেউতাও। মাৰ মাত গুনিলো, ''টকাৰ ব্যৱস্থা নকৰাকৈ দেখোন গুচি গৈছা?'' দেউতাই মখুৰ ভিতৰতে কিবা এটা কলে। মাৰ উত্তেজিত কণ্ঠ তলৰ পৰাই গুনিলো। হঠাৎ চিৰিত এটা শব্দ গুনি লৰি আহিলো। দেউতা পৰি আছে। কপালৰ এটা চুকৰ পৰা তেজ বৈ গৈছে। জ্ঞান নাই। চাপৰাশী আৰু ঠাকুৰে ধৰাধৰি কৰি কোনোমতে ওপৰলৈ লৈ গল। মই ডাক্তৰৰ ঘৰলৈ ঢাপলি মেলিলো। দুঘণ্টমানৰ মুৰত

স্নান আহিল। কিন্তু বাওফালটো সম্পূৰ্ণ অচল হৈ গল। দেউতাই চিৰদিনৰ কাৰণে বিচনা ললে।

মাহৰ প্ৰথম তাৰিখত দেউতাই গোটেই দৰমহাতো মাৰ হাতত দি দিয়ে। সেয়া আছিল আমাৰ চৈধ্য পোন্ধৰ দিনৰ খৰছ মাত্ৰ। বাকী দিনবোৰ কেনেকৈ চলে অনুমান কৰক। সামান্য জমা টকা আগতেই শেষ হ'ল। দেউতাৰ কোনো চিকিৎসা সম্ভৱ নহ'ল। দেউতাই প্ৰথমে ছুটী পালেও পিছত নাম মাত্ৰ পেঞ্চন দি একেবাৰে ছুটী দিলে। পেটৰ কাৰণে যে দেউতাই কি কৰা নাই কোনোবা খবৰ কাগজৰ প্ৰবন্ধ লিখে, কেতিয়াবা আইনৰ কিতাপৰ নোট লিখে। শুই শুই লিখিব নোৱাৰে। দেউতাই কৈ যায় স্কুল ছুটীৰ পিছত মই দুঘণ্টা লিখি দিওঁ, তাৰ পিছত যাওঁ প্ৰেচলৈ। যি ধন পাওঁ সি অতি সামান্য।

কি জীৱন। শুনিছিলো মহাদেৱে বিষপান কৰি নীলকণ্ঠ হৈছিল। শিৱক দেখা নাই কিন্তু মোৰ দেউতাক দেখিছিলো। শিৱতকৈও শান্ত, সবংসহা, বসুমতীতকৈও সহিষ্ণু। ইমান বিষ, লাঞ্চনা, গঞ্জনা, অপমান। দেউতাই কোনো উত্তৰ নিদিয়ে 'মই অস্থিৰ হৈ পৰো'। দেউতাই মোৰ মনৰ কথা বুজি পাই ওচৰলৈ মাতি পিঠিত হাত ফুৰাই কয় ''পৃথিৱীত সকলোতকৈ ডাঙৰ শিক্ষা— সহিবলৈ শিকা। এই কথা কেতিয়াও নেপাহৰিবি।'' ৰোগশয্যাৰ দাঁতিত ময়ে আছিলো দেউতাৰ সঙ্গী। দুই এজন পুৰণা সহকৰ্মীয়ে কেতিয়াবা দেখা কৰিবলৈ আহি দেউতাক সাধাৰণ সান্তনা দি গৈছিল। সেই সান্তনাবোৰ পিছে তেখেতে শুনিহে গৈছিল। পুৰণি দিনৰ বন্ধু এজনৰ কথা মোক প্ৰায়ে কৈছিল। মই তেতিয়া সপোনতো ভবা নাছিলো সেই বন্ধুক এদিন এই অৱস্থাত লগ পাম বুলি। দেখা যদি সময়ত পালোহেঁতেন মই হয়তো তেতিয়া নৰকত ভৰি নিদিলোহেঁতেন।

সেই সময়তে মাৰ দূৰ সম্পৰ্কৰ ককায়েক মনীশৰ আমাৰ ঘৰত আবিৰ্ভাৱ হ'ল। শুনিছিলো ককাদেউতা জীয়াই থাকোতে এই মানুহটোৰ লগত কথা পাতিবলৈ মাহঁতক নিদিছিল। ইমান দিনৰ পিছত এই ভদ্ৰলোক নিখুঁট চাহাবৰ পোচাক পিন্ধি তেওঁ টু-সীটাৰ অষ্টিন লৈ আমাৰ ঘৰলৈ আহি আপোন হৈ পৰিল। তাৰ পিছত তেওঁকে উপলক্ষ্য কৰিয়েই মোৰ জীৱনৰ আটাইতকৈ দৰ্যোগপূৰ্ণ ঘটনা ঘটিল। তাৰ কথা লিখিয়েই এই চিঠি শেষ কৰিম।

সেইবাৰ মই মেট্ৰিক দিম। পঢ়া শুনাত ভালেই আছিলো। দেউতাৰ একান্ত ইচ্ছা মই যেন পৰীক্ষাত প্ৰথম দহজনৰ ভিতৰত নাম উলিয়াব পাৰো। দেউতাই দুখ পাব বুলি প্ৰাণ টাকি চেষ্টা চলাইছো। কোঠাত সোমাই জিওমেট্ৰি পঢ়ি আছো। দাঁতিৰ কোঠালীত দেউতা। নিশা এঘাৰ মান বাজিছে। কেইদিনমানৰ পৰা দেউতাৰ গা-বেচি বেয়া। বহুত দিনৰ পুৰণি লগুৱা গোবিন্দই দেউতাৰ ভৰি মোহাৰি দিছিল। দেউতাৰ পৰিচৰ্য্যা কৰা, ৰন্ধা-বঢ়া সকলো গোবিন্দৰ ওপৰতে। দুৱাৰমুখত মটৰ এখন ৰোৱা

শুনি গোবিন্দই দুৱাৰ মেলি দেখে মনীশ মামা। মামা বাৰান্দা পাৰ হৈ দেউতাৰ কোঠালৈ সোমাই সুধিলে, "টোপনি গল নে কি?'?

দেউতাৰ বোধহয় তন্দ্ৰাৰ ভাব আহিছিল। সুধিলে, "কোন?"

"মই মনীশ।"

"অ' কি কথা?"

মামাই কাইঁ এটা মাৰি কলে "সুৰমাৰ গাটো ভাল নহয়। কৰবালৈ চেঞ্জৰ কাৰণে নিব লাগিছিল।'?

দেউতাই শান্তভাৱেই সুধিলে "কিবা অসুখ হৈছে নে কি?"

"নাই, অসুখ তেনেকৈ হোৱা নাই। কিন্তু ঘৰৰ পৰিবেশ তেওঁৰ সহ্য হোৱা নাই।"

"কিন্তু চেঞ্জত পঠিয়াবলৈ মোৰতো টকা নাই।"

"টকাৰ কথা আপুনি নেভাবিব। ময়ে যেনে তেনে যোগাৰ কৰিম। সুৰমাৰ পৰিমলকো লগত নিয়াৰ মন। তাৰ পৰীক্ষা শেষ হলেই আমি যাব পাৰিম। "আপুনি মত দিলে এটা ঘৰ থিক কৰি থব পাৰো।"

দেউতা অলপ তভক মাৰি কলে, 'আপোনালোক স্বছন্দে যাব পাৰে পিছে পৰিমলৰ হে যোৱা নহ'ব।"

"কিয় নোৱাৰিব? কাৰণ কি?" মাই সুধিলে। মা যে দুৱাৰৰ দাঁতিত ঠিয় হৈ আছিল আমি কবকে নোৱাৰো। দেউতাই সেইফালে মুখ কৰি কলে, "সেই আলোচনা কৰি লাভ নাই। মই তাক যাবলৈ দিব নোৱাৰো।" চব্বিচ ঘণ্টা বেমাৰীৰ লগত লাগি ল'ৰাটোৰ কি অৱস্থা হৈছে দেখিছানে নাই? মোৰ চকুৰ আগতে ল'ৰাটো মাৰি পেলোৱাৰ বুদ্ধি পাঙিছা নে কি?"

দেউতাই লাহে লাহে কলে, "মনীশবাবু, মোক ক্ষমা কৰিব, বহুত নিশা হ'ল। মই এইবাৰ অলপ শোও।" মনীশ মামাই মুখ মেলিবলৈ নৌ পাওঁতেই মাই চিঞৰি চিঞৰি কলে, "সেইবোৰ ভেশচন বাদ দিয়া। মই ল'ৰা নিমেই। তুমি কি কৰিব পাৰা চাম।"

মনীশে কলে, "মোৰ বোধেৰে আপুনি অন্যায় জেদ ধৰিছে। ল'ৰাটো দুদিনমান ফুৰি আহিব তাত আপত্তি কৰিবলগীয়া কি আছে?"

দেউতা অলপ বেলি নিতালে বৈ কলে, "স্ত্ৰী-পুত্ৰক চেঞ্জত পঠিওৱাৰ সঙ্গতি থকা হ'লে নিশ্চয় পঠিয়ালোহেঁতেন। নাই যেতিয়া অইনৰ অনুগ্ৰহ ভিক্ষা কৰিবলৈ বেয়া পাওঁ। কিন্তু য'ত আপত্তি কৰিলে লাঞ্চনাহে আছে তাত মনে মনে থাকি অকল ল'ৰাটো পঠিওৱাতহে আপত্তি জনাইছো।"

মামাই চিগাৰেট জ্বলালে। মাই তীক্ষ্ণ স্বৰেৰে কলে, "অইনৰ অনুগ্ৰহ। কবলৈ লাজ নেলাগিল নে? এই অনুগ্ৰহ নোপোৱা হ'লে তোমাৰ ল'ৰা তিকতা বা তোমাৰ

অৱস্থা কি হ'লহেতেঁন? কেইটামান পেঞ্চনৰ টকা আৰু নোট লিখি পোৱা টকাৰেই ঘৰ চলে বুলি ভাবিছিলা নেকি? এই অনুগ্ৰহ মনীশ দাদাই বহুত আগৰে পৰা কৰিছে। তাকে নকৰা হ'লে আটাইবোৰ লঘোণে থাকিব লাগিলহেতেঁন।"

মনীশ মামাই কলে, "এইবোৰ কি কৈছা সুৰমা? অনুগ্ৰহ বুলি কিয় কৈছা? এয়াতো মোৰ কৰ্ত্তব্য। সৰু ছোৱালীৰ দৰে খং উঠিলে যিহকে তিহকে কোৱা।"

দেউতাই কান্দোনৰ বোলেৰে বোলোৱা সুৰৰে কলে, "মইতো এইবোৰ কথা নেজানো। মই দুখীয়া আৰু অক্ষম বুলি জানো। কিন্তু অইনৰ দয়াত জীয়াই আছে মোৰ ল'ৰা— একমাত্ৰ ল'ৰাই পৰৰ অন্ন খাইছে মই যে ভাবিবকে নোৱাৰো। "শেষৰ ফালে তেওঁৰ করুণ সুৰ শুনি মোৰ চকুপানী ওলাল। লৰ মাৰি গৈ যেন দেউতাক কম "নহয় দেউতা, আমি পৰৰ অন্ন খোৱা নাই। সেইবোৰ মিছা কথা। "পিছে নগলো জানো গলে দেউতাৰ খং উঠিব। দেউতাই অলপ বৈ বৈ এটা এটাকৈ কলে, "যি হৈ গল তাকতো ঘূৰাব নোৱাৰি। কিন্তু এই অন্যায়ৰ ইমানতে শেষ। কালিলৈ ৰাতিপুৱাৰ পৰা সকলো ব্যৱস্থাৰ সলনি হ'ব।"

বাওঁহাত দেউতাৰ অচল। সোহাঁত কপালত লগাই কলে, "মোৰ আৰু পৰিয়ালৰ কাৰণে আপুনি যি কৰিলে তাৰ বাবে অশেষ ধন্যবাদ। কিন্তু আৰু নেলাগে। আপোনাৰ অনুগ্ৰহৰ দানৰ পৰা আমাক মুক্তি দিয়ক।" দেউতাক ভালকৈয়ে চিনি পাওঁ। কাইলৈৰ পৰা যি ব্যৱস্থা কৰিব খুজিছে, সেয়া কঠোৰ হ'লেও তাৰ লৰচৰ নহ'ব। এনেয়ে দেউতাৰ খোৱা ইমান সামান্য আৰু সাধাৰণ যে তাতকৈ কম খালে প্ৰায় অনাহাৰেই হ'ব। এয়া যে দেউতাৰ আত্মহত্যাৰ নিচিনা। যিমানেই কমবয়সীয়া বা অক্ষম হওঁ মইনো নীৰব দৰ্শক হৈয়েই থাকিমনে? বেমাৰী, অভাবী দেউতাৰ মুখত এমুঠি অন্ন যোগোৱাৰ ক্ষমতাও মোৰ নাইনে? মোৰ বয়সীয়া ল'ৰাই বাটে-পথে কত কাম কৰি খাইছে। মই ভদ্ৰঘৰত ওপজাৰ বাবেই নোৱাৰিমনে?

বহুত নিশালৈকে নানা উদ্ভট কল্পনাই মুৰটো গধুৰ কৰি ৰাখিলে। কেতিয়া টোপনি গলো গমকে নেপালো। সাৰ পাই দেখো বাৰ বাজি গৈছে। বহীৰ পাত এখিলা ফালি দেউতালৈ লিখিলো "ভাবি চালো সংসাৰৰ আয় বঢ়াবলৈ ময়ো কিবা কৰা উচিত। সেই চেষ্টাতেই ওলালো। আশীৰ্ব্বাদ কৰিব মই যাতে সফল হওঁ।"

দেউতাৰ কোঠালীলৈ যাবলৈ ভয় লাগিল, তেখেতৰ মুখ দেখিলে যদি মোৰ সঙ্কল্প নাইকীয়া হয়। পঢ়াৰ মেজত চিঠিখন থৈ ওলাই গলো।

তাৰ পিছত যি জীৱন আৰম্ভ হ'ল তাৰ বৰ্ণনা দিলে এই চিঠি শেষ নহ'ব। ঘৰৰ পৰা ওলাই পৃথিৱীক বেলেগ ৰূপত দেখিলো। নৰক বুলি বেলেগ ঠাই নাই এই সংসাৰেই এখন বিৰাট নৰক। মানুহৰ দয়া নাই, প্ৰীতি নাই, কিমান নীচ, কিমান কঠোৰ, কিমান নিৰ্ম্মম। আছে মাথো সন্দেহ, পীড়ন আৰু বঞ্চনা। ভিক্ষা বিচৰা হ'লে হয়টো পালোহেঁতেন। যাকে কওঁ মোক এটা কাম দিয়ক। মই খাটি খাম— পিছে সকলোৰে চকুত দেখো অবিশ্বাস। বহুতে কোৱা শুনো— ইয়াৰ কিবা মতলব আছে।

দুদিন মাত্র পানী খায়েই থাকিলো। বহুত ঘূৰি-পকি এখন দোকানত বহী লিখাৰ কাম এটা পালো, খোৱা বোৱা বিনাখৰছত দৰমহা পোন্ধৰ টকা। মাহৰ শেহত দৰমহাৰ টকাটো দেউতালৈ মনিঅৰ্ডাৰ কৰি পঠিয়াও; লিখো এই টকাৰে ফল কিনি খাব। মোৰ কাৰণে চিন্তা নকৰিব, মই ভালে আছো। সুবিধা কৰিব পাৰিলেই আপোনাক চাই আহিমগৈ।

কিছুদিনৰ পিছত মালিকৰ বাকচৰ পৰা পঞ্চাশ টকা চুৰ হ'ল। সন্দেহ মোৰ ওপৰত পৰিল। বিশ্বাস যেতিয়া হেৰাল তাত নেথাকি গুচি আহিলো। এইবাৰ এখন চাহৰ দোকানত বয়ৰ কাম এটা পালো। এইদৰেই কিছুদিন গল। এদিন এখন প্লেট ধুবলৈ লওঁতে হাতৰ পৰা পৰি ভাগিল। মালিকে কদৰ্য্য ভাষাত দেউতাক ধৰি গালি পাৰি দিলে। তাৰ পৰা গৈ সোমালো মটৰ কাৰখানাত। মিস্ত্ৰিটো মদাহী, তাৰ লগত একে বিচনাত শুব লাগে। অসহ্য লাগি তাৰ পৰাও গুচি আহিলো। ইয়াৰ পিছত এখন দেশী মদৰ দোকানত সোমালো। মদ বেচিব লাগে। দৰমহা ত্ৰিচ টকা। অলপ দিন তাতে কাম কৰিলো।

কতবাৰ কিমান বোকাৰ স্পৰ্শলৈ আহিছো যদিও বোকা গাত লাগিবলৈ দিয়া নাছিলো। কিছু টকা গোটাব পাৰিলেই দেউতাৰ ওচৰলৈ ঘূৰি যাম। কোনো প্ৰলোভন, কোনো পৰামৰ্শই মোক তলাব পৰা নাছিল। এদিন মদৰ দোকানৰ বাৰাণ্ডাত এনেকুৱা এটা মানুহ লগ পালো যাৰ পৰা আৰু নিজক সংযত কৰিব নোৱাৰিলো। কব নোৱাৰো তাৰ কথাত, তাৰ স্পৰ্শত কি যাদু আছিল। সোঁতৰ মুখৰ জাঁজিৰ দৰে মই উটি গলো। দোকান বন্ধ হোৱাৰ পিছত বাৰাণ্ডাৰ এটা চুকত মনে মনে বহি আছিলো। বহুত দিনৰ বন্ধুৰ দৰে আহি মোৰ হাতত ধৰি কলে, "তুমি ইয়াত কেনেকৈ সোমালা?"

বহুত দিনৰ পিছত মানুহৰ মাতত চেনেহৰ সুৰ শুনিলো। তেওঁ মোতকৈ চাৰি-পাঁচ বছৰ মানৰ হে ডাঙৰ হ'ব যদিও তেওঁৰ ওচৰত মোক নিজকে এটা সৰু ল'ৰা যেন লাগিল। এটা ভাল হোটেলত খুৱাই টেক্সিত ফুৰাবলৈ লৈ গল। এই দৰেই মোক তিনি দিন মান খুৱাই বুৱাই লৈ ফুৰালে। মই গঙ্গাৰ ঘাটত বহি তেওঁক মোৰ জীৱন কাহিনী শুনালো। তেওঁ মনে মনে শুনি গল। মোৰ কাহিনী শুনি কলে "তুমি থিকেই কৰিছা। ইয়াৰ বাহিৰেতো তোমালৈ অইন বাট মুকলি নাছিল। কিন্তু মদৰ দোকানত মদ বেচি দেউতাৰাৰ দুখ কেনেকৈ গুচাবা? তাতকৈ মোৰ লগত বলা মই অইন বাট দেখুৱাই দিম।"

তেওঁৰ লগে লগে গলো।

সেই নিশাটো মোৰ চকুত আজিও ভাঁহি আছে। সৰু ঠেক বাট, দুই কাষ আবৰ্জনাৰে ভৰা। টৰ্চৰ পোহৰত কোনোমতে গৈ আছো। এটা ভগা ঘৰ সেইটো পাৰ হৈ আৰু এটা প্ৰকাণ্ড ভগা ঘৰ পালোগৈ। কোনোমতে খেপিয়াই খেপিয়াই এটা হল ঘৰৰ দৰে কোঠালী পালোগৈ। তাত বহুতো মানুহ, অসভ্যালি কৰি আছে। মাজে মাজে

বিকট কদৰ্য্য হাঁহি মাৰিছে। "মোক এয়া কলৈ আনিলে?" ভয়ে ভয়ে তেওঁক সুধিলো। হাতত ধৰি দাঁতিৰ কোঠালীটোলৈ লৈ গল। মমবাতিৰ পোহৰত খাটিয়াৰ ওপৰত বয়সস্থ এটা গুণ্ডা চেহেৰাৰ মানুহ দেখিলো।

মোৰ বন্ধুৱে কলে, "আনিছো ওস্তাদ।"

'আনিলা? ভাল কৰিলা মোৰ ওচৰলৈ লৈ আহাঁ। তেওঁ মোক হাতত ধৰি সেই মানুহজনৰ ওচৰলৈ লৈ গল। মানুহটোৱে মোৰ মুখলৈ অলপ বেলি চাই কলে, "ভাল বস্তুকে আনিছা, ই পাৰিব।'

গাৱঁলীয়া মদৰ গোন্ধত মোৰ মুৰ ঘূৰাই গল। ঘূৰি চাই আৰু বন্ধুক নেদেখিলো। তেওঁক আৰু কোনো দিনেই দেখা নেপালো।

পিছদিনা ৰাতিপুৱাই ধৰিব পাৰিলো মই কলৈ আহিছো। পকেটমৰাৰ ট্ৰেইনিং চেণ্টাৰ। বন্ধুটো সংগ্ৰাহক। মই নতুন মোক চকুৰে চকুৰে ৰাখিলে। অলপ বেলিৰ পিছত ওস্তাদে মাতি নি কান্ধত হাত দি কলে, "ভয় কৰিছা কিয়? তোমাৰ দৰে কত ল'ৰা আছে আমাৰ দলত। সকলোৰে লগত মিলিজুলি খোৱা বোৱা কৰা আৰু কাম শিকা। ভালকৈ শিকিব পাৰিলে ইয়াতকৈ ভাল পইচা ঘটাৰ পথ নাই। বাৰু তুমি কাক সকলোতকৈ বেচি ভাল পোৱা?"

"দেউতাক।"

"এতিয়া দেউতাৰাৰ নাম লৈ প্ৰতিজ্ঞা কৰা দল এৰি কোনো দিন নেযাওঁ। দলৰ কাৰো কথা কতো প্ৰকাশ নকৰো।"

শপত খালো, মোৰ দীক্ষা হ'ল।

এমাহমান ট্ৰেইনিঙৰ পিছত মোক ৰাস্তালৈ পঠিয়ালে পলাবৰ উপায় নাই। ভীৰৰ মাজতো দলৰ মানুহৰ শেন চকু। দৰকাৰ পৰিলে দেগাৰ চলাবলৈও বুদ্ধি দিলে। দিনটোৰ ভিতৰত দুটা মান কেচ দিবই লাগিব। নহ'লে না-না ধৰণৰ নিৰ্য্যাতন। কপালৰ ফেৰত মই বেচি নিৰ্য্যাতন ভোগ কৰিব লগীয়া নহ'ল। পাৰ্গত আৰু বিশ্বাসী কৰ্মীবুলি তাহাতঁৰ মাজত জনাজাত হ'লো। যি পাওঁ সকলো চৰ্দাৰক জমা দিব লাগিব। মোৰ কাৰণে থাকে খোৱা পিন্ধাৰ খৰছ আৰু সামান্য হাত খৰছ।

গহৰ বুলি এটা মানুহ আমাৰ দলত আছিল। মোক সি সচাঁই ভাল পাইছিল। এদিন আঁৰলৈ মাতি নি কলে, "তুমি কি বুৰ্ব্বক। যি পোৱা চৰ্দাৰক সকলো কিয় দি দিয়া? কিছু অংশ তোমালৈ নোথোৱা কিয়? আমাক দেখা নাইনে?"

মই সেই কথা জানো কিন্তু বিপদো কম নহয়। এদিন এটা দুঃসাহসিক কাম কৰিলো। এজন ভাটিয়া ভদ্ৰলোক বাচত উঠোতেই তেওঁৰ জেপৰ মনি-বেগ নি দেখো দুহেজাৰ টকাৰ নোট। বেগলৈ মই আতঁৰি আহিলো। আৰু নেলাগে এই বাৰ উভটিব লাগিব।

কিমান দিনৰ পিছত যে ঘৰলৈ উভটিছো। নিশা প্ৰায় দহমান বাজিছে। দুৱাৰত ঢকিয়াবলৈ বুকু কপিছে ভাবিছোঁ মই বহুত তললৈ, বহুত দূৰলৈ নামি গৈছো। এই ঘৰত মূৰ দাঙি সোমোৱাৰ অধিকাৰ নাই। সোমাই বা কি দেখো? মোক দেখি গোবিন্দই হুৰাও ৰাৱে কান্দি কলে, "ইমান দিন কত আছিলা? তোমাৰ এয়া কি চেহেৰা হৈছে?" তাৰ মুখত টেপা মাৰি ধৰি কলো, "মনে মনে থাক, দেউতাৰ কেনে?"

গোবিন্দই চকু মুচি কলে, "নুসধিবা, তুমি যোৱাৰে পৰা একেবাৰে ভাগি পৰিছে। মুৰ ডাঙিব নোৱাৰে। বুকুৰ অবস্থাও বেয়া। কোন দিনা কি হয় কব নোৱাৰো।"

"মা কত?"

গোবিন্দই উত্তৰ নিদিলে। বাহিৰলৈ ওলাই কলে, "তুমি ওপৰলৈ যোৱা, মই বেগেতে বজাৰৰ পৰা কিবা এটা আনো।" দেউতাৰ কোঠালীত সোমাই স্কিকাৰ খাই উঠিলো। দেউতা নহয় দেউতাৰ কঙ্কাল। চকু মুদি পৰি আছে। ভৰিত হাত দিওঁতেই সুধিলে, "কোন?"

"মই দেউতা।"

"বোপাই, তই ইমান দিনৰ মূৰত আহিলি। বৰ ভুল কৰিছিলি, ওচৰলৈ আহ।"

ওচৰলৈ যাওঁতে সোঁহাততো কোনোমতে ডাঙি মোক সাবটি ধৰিলে। মই দেউতাৰ বুকুত মুৰ থৈ চকুৰ পানী সামৰিব নোৱাৰিলো। বহুত বেলি তেনেকৈয়ে পৰি থাকিলো। চকুৰ পানীত মোৰ সকলো পাপ গলি গল। দেউতাই মোৰ গায়ে-মুৰে হাত ফুৰাই লাহে লাহে কলে, "এয়া তই কি কৰিলি বোপাই? নিস্তক ধ্বংস কৰি তই পঠিওৱা দহ-বিশ টকাৰে আমাৰ কি হ'ব? তোৰ আটাইবোৰ মনি অৰ্ডাৰৰ টকা গোটাই থৈছো। ফুকলীয়া ল'ৰাৰ ইমান কষ্টৰ টকা মই খোৱাত খৰছ কৰিব নোৱাৰিলো।"

মই বহি লৈ কলো, "এইবাৰ বহুত টকা আনিছো। ৰাতিপুৱাই এজন ডাঙৰ ডাক্তৰ মাতি তোমাক দেখুৱাম। সোণকালে ভাল হ'লে আমি চেঞ্জত যাম।" মনিবেগটো খুলি নোট দুখন দেখুৱালো। সেইফালে চাই দেউতাৰ মুখ কঠোৰ হৈ পৰিল। সুধিলে, "ইমান টকা কত পালি?"

ইমান বিচলিত হোৱা দেউতাক আগেয়ে দেখা মনত নপৰে কলো, "মই পাইছো।"

"কেনেকৈ? কব পৰা পালি?"

মই নিৰুত্তৰ।

দেউতাই চিঞৰি সুধিলে, "চুৰ কৰিলি?"

এই প্ৰশ্নৰ কোনো উত্তৰ মই দিব নোৱাৰিলো। দেউতাই হতাশ হৈ কলে, "চোৰ। মোৰ ল'ৰা চোৰ, হে ভগৱান, এয়াওঁ মোৰ ভাগ্যত লিখা আছিল।" দুৰ্ব্বল

শৰীৰ থক্ থককৈ কপিবলৈ ধৰিলে, চকু দুটা যেন বাহিৰলৈ ওলাই হে আহিব। অদম্য উত্তেজনাত বিচনাৰ পৰা উঠিবলৈ চেষ্টা কৰিলে। মই লৰালৰিকৈ ধৰি শুৱাই দি দেউতাৰ ক্ষীণ মুখখন দুই হাতে ধৰি কান্দি কান্দি কলো, "দেউতা তুমি শান্ত হোৱা। মই এয়া ওভোটাই দিম। তোমাক চুই শপত খাই কৈছো? এনে কাম আৰু কেতিয়াও নকৰো। তুমি শান্ত হোৱা আৰু একো কবলৈ নেপালো। দেউতা চিৰদিনৰ কাৰণে শান্ত হৈ গল। প্ৰথমে মই একোকে ধৰিব নোৱাৰিলো, যেতিয়া উমান পালো দেউতাৰ নিঠৰ শৰীৰটোৰ ওপৰত লুটি খাই পৰিলো।

শেষ কৃত্য শেষ হোৱাৰ পিছতো ভালকৈ পোহৰ হোৱা নাছিল। কোনেও গম নোপোৱাকৈ মৰিশালিৰ পৰা বাহিৰে বাহিৰে গৈ থানাত জেপত থকা মনিবেগটো জমা দি কলো, "মালিকক দেখিলে মই চিনি পাম।" ভদ্ৰলোকে থানাত ডায়েৰী কৰি ৰাখিছিল। তেওঁক মাতি পঠিওৱা হ'ল। ময়ো চিনি পালো আৰু তেৰো তেওঁৰ বেগ আৰু নোট চিনাক্ত কৰিলে। মোৰ বিৰুদ্ধে পুলিচ কেচ দিয়া হ'ল। ককালত ৰচি আৰু হাতত হাতকেৰেয়া লগাই জেললৈ লৈ গল। হাকিমৰ কিজানি মোক দেখি দয়া উপজিছিল। প্ৰথম অপৰাধ বুলি এখন লিখা লৈ এৰি দিব খুজিছিল। মই কলো, "এয়া প্ৰথম অপৰাধ নহয় বহুতবাৰ কৰিছো, ধৰাহে পৰা নাছিলো।" পুলিচে মোক সমৰ্থন কৰিলে কাৰণ তেওঁলোকৰ বহীত মোৰ নাম আছিল। হাকিমে বাধ্য হৈয়েই মোক ছমাহৰ জেল দিলে।

ছমাহ শেষ হৈ আহিছে আৰু মাত্ৰ তিনি দিন বাকী। কিন্তু যি বিচাৰিছিলো তাকতো নেপালে। মোৰ শাস্তি কত? মোৰ প্ৰায়শ্চিত্ত কেনেকৈ হ'ব? মইতো অকল চোৰেই নহয়— পিতৃহন্তাও যে। সেই মহাপাপৰ শাস্তি মোৰ শেষ হোৱা নাই। কেতিয়াবা যে হ'ব তাকো নেজানো। যদি কেতিয়াবা হয়, তেতিয়া আপোনাৰ ওচৰলৈ যাম।

হতভাগ্য পৰিমল। সি আৰু ঘূৰি অহা নাই।

বিচাৰত কাচীম ফকিৰৰ ফাঁসীৰ হুকুম হৈ গল। জজ চাহাব বয়সত প্ৰবীন হলেও জজিয়তিত নতুন। আগতে হাকিমহে আছিল। ইমান দিন তেওঁ লগ পাই আহিছে জাল, জুৱাচুৰি, ঘোচ আৰু মিছা সাক্ষীৰ পাপিষ্ঠ মন। জীৱন, মৃত্যু, ভৃত্যৰ নিচিনা ভাবনাহীন চিত্তেৰে, প্ৰাণ ৰসৰে ভৰপূৰ হোজা গাৱলীয়া মানুহ আগতে লগ পোৱা নাছিল।

খুনীৰ লগত জজচাহাবৰ এই প্ৰথম সাক্ষাৎ। আৰু এয়াই প্ৰথম মৃত্যু দণ্ড বিহাৰ আৰম্ভনি। সেই দণ্ড দিবলৈ যাওঁতে শুভ্ৰকেশ জজচাহাবৰ হয়তো হাত কপি উঠিছিল। সেই কম্পনত প্ৰকাশ পালে তেওঁৰ আবেগপূৰ্ণ ৰায় দানত .......the said Kasim Fakir be hanged by the neck till he be dead..........

দণ্ডদাতা বিচলিত হ'লেও, গ্ৰহীতা নিৰ্বিকাৰ হৈয়েই থাকিল। পৰম উদাসীনতাৰে চৰম আদেশ গ্ৰহণ কৰি চাৰিওফালে কাৰোবাক ব্যাকুল দৃষ্টিৰে চাই লাহে লাহে

বেলিঙৰে বেৰা কাঠৰ মঞ্চৰ পৰা নামি আহিল। পুলিচে বেৰি ধৰিলে। আচামীয়ে ৰৈ থকা স্তব্ধ জনতাৰ ফালে মুকে নকৰিলে।

দুৱাৰমুখত ৰৈ থকা উকিলে প্ৰাণপণ চেষ্টা কৰিও প্ৰাণৰক্ষা কৰিব নোৱাৰিলে। ভাবিছিল দুটামান দাৰ্শনিক বাক্য কৈ আচামীক সান্তনা দিব। কিন্তু আচামীৰ মুখলৈ চাই তেওঁৰ ভাষা হেৰাই গল, মাথো কোনোমতে কলে, "ইয়াত এটা চহী কৰাছোন ফকিৰ। সাতদিনৰ ভিতৰতে হাইকোৰ্টত আপিল কৰিব লাগিব।"

ফকিৰৰ মুখত ফুটি উঠিল এক বিকৃত হাঁহি— কলে, "কি লাভ উকীল বাবু? আপুনি কম চেষ্টা কৰা নাই।"

ফকিৰক লগ পাইছিলো অসমৰ সীমাৰ কোনোবা এখন জেলত। ফকিৰৰ ঘৰ আছিল ময়মনসিঙত। বিৰাট ভূখণ্ড— অকল আয়তনতে নহয়। মৈমনসিঙৰ বৈশিষ্ট্য আছে প্ৰাকৃতিক বৈচিত্ৰ্যত। দক্ষিণ আৰু পূব ফালে সমতল, ব্ৰহ্মপুত্ৰ আৰু যমুনাৰ অকৃপন কৰুণাত দেশ শস্যৰে নদন-বদন। বাৰিষা—আষাঢ় শাওনমহীয়া পথাৰৰ ওপৰত দহ হাত পানী। সেই পানীত ভাঁহি যায় সদাগৰৰ ময়ুৰপংখী আৰু মাচুবৈৰ সৰু সৰু নাওঁ। চাৰিউপিনে মাথো পানী। কিন্তু এই পানী দেখি আমনি নেলাগে। সেই জলৰাশি নিষ্ঠুৰ নহয়— পানীৰ ওপৰত দেখা যায় শকত গোছাৰে শ্যামল আহুধানৰ আগ। বানপানীৰ লগত এই ধানৰ ভীষণ প্ৰতিদ্বন্দ্বিতা। পানী যদি বাঢ়ে দহ আঙুলি, ধানৰ গোছ বাঢ়ে এহাত। নিষ্ঠুৰ প্ৰকৃতিৰ লগত কৰুণাময়ীৰ দ্বন্দ্ব। জয়-পৰাজয় মানুহৰ ভাগ্যৰ ওপৰত।

কাতিৰ শেষৰ ফালে এই পানী ভোজবাজীৰ দৰে নাইকীয়া হৈ যায়। দীঘল ধান গছে আঠুকাঢ়ে। মূৰৰ ওপৰত জিলিকি থাকে সোণালী ধানৰ থোক। তলত ৰৈ যায় ৰসাল পলসুৱা মাটি। সেই পলসুৱা মাটিত মতৰমাহৰ আগ লহ্‌পহকৈ বাঢ়ি আহে। সৰিয়হতলি হালধীয়া হয়। তিলৰ পথাৰ বগা ফুলৰে জ্যোতিস্কাৰ হয়।

আলি দিব নেলাগে, পানী সিচিব নেলাগে, বোকা খচিব নেলাগে। পানী, পানীকৈ পানীপিয়া চৰাইৰ দৰে আকাশলৈ চাই থাকিব নেলাগে। মাটিত কোনোমতে আচোৰ দুটামান মাৰি গুটি কেইটা সিচি দি গান গায়, মাছধৰি, মাৰপিত কৰি সময় কটায় ময়মনসিঙৰ কৃষকে। বাকীসকলো দান কৰে ব্ৰহ্মপুত্ৰ আৰু তেওঁৰ কল্যানী জীয়ৰী যমুনাই। সেয়েহে এই দেশক নদীমাতৃক দেশ বোলা হয়।

ময়মনসিঙৰ মৰাপাটৰ খ্যাতি দান্দি নিউইয়ৰ্ক বজাৰত। ইয়াৰ চাউলৰ সোৱাদ আজিও আমি পৰৰ ওপৰত খোৱা মানুহৰ জিভাত লাগি আছে। কম আয়াসৰ জীৱন যাত্ৰাই এওঁলোকৰ মনত দিছে প্ৰাকৃতিক উদাৰতা, শৰীৰত স্বাস্থ্যৰ দৃঢ়তা আৰু মনত নিৰ্ভীক সৰলতা। মানুহমৰা এওঁলোকৰ বিলাস, ধন, নাৰী লুণ্ঠন এওঁলোকৰ গৰ্ব্বৰ বিষয়। লোকৰ তিৰুতাক বাহুবলেৰে ধৰি আনি বশ কৰাৰ নাম নাৰীহৰণ, মনে মনে কুমাৰী বা বিধবাৰ ওপৰত বল প্ৰয়োগ নকৰে। প্ৰথমটোত হিংস্ৰ পৌৰুষত্ব, দ্বিতীয়টো কামুকৰ কাপুৰুষতা।

ময়মনসিঙে প্ৰকৃতিৰ অজস্ৰ বদান্যতাৰ পৰা পাইছে লোকগীতৰ সম্পদ। বঙ্গদেশৰ বিক্ৰমপুৰে দিছে মনীষা। বৰিশালে স্বদেশ প্ৰেম আৰু ময়মনসিঙে লোকগীত। ময়মনসিঙৰ আলি, পদুলিত, নৈৰ চৰত, আমৰ বাগিছাত, নিৰক্ষৰ খেতিয়কৰ গোবৰৰে মোচা চোতালত আজিও লোকগীতৰ ধ্বনি শুনা যায়।

এয়া হ'ল দক্ষিণৰ ৰূপ, উত্তৰৰ চেহেৰা একেবাৰে সুকীয়া। তাত প্ৰকৃতিৰ দাক্ষিণ্য নাই। কঠিন শিলাময় পথাৰ, বহুতো পৰিশ্ৰমৰ মূৰতহে শষ্যৰ মুখ দেখা যায়। এই বিৰাট অঞ্চলৰ এটা অংশ পুলিচে খেদা চোৰ ডকাইতৰ লীলাভূমি। ইয়াৰেই কোনোবা এটা জনশূণ্য টিলাৰ ওপৰত আছিল ফকিৰৰ ঘৰ। দুটা ঘৰ, ভাং আৰু ধতুৰা হাবিৰে ঘেৰা এটা দৰগাহ। সম্পত্তিৰ ভিতৰত নাতিনিৰ বয়সীয়া ৰূপৱতী স্ত্ৰী, কেইটামান গৰু, ছাগলী আৰু মুৰ্গী।

ফকিৰৰ বয়সে আঢ়ৈ কুৰিৰ দেওনা পাৰ হৈছে। পুলিচৰ বহীত তেওঁৰ যৌবনকালৰ কীৰ্ত্তি লিপিৱদ্ধ হৈ আছে। কিন্তু কি কাৰণত এজনী যৌৱনৱতী সুন্দৰী নাৰীয়ে এই নিৰ্জন বনবাস আৰু এজন বৃদ্ধক স্বামীৰূপে বৰণ কৰিছিল তাৰ কাহিনী জানে মাত্ৰ ভগৱানেহে।

বুঢ়া ফকিৰে দৰগাহৰ ওচৰত বহি মালা জপ কৰে। আৰু মাজে মাজে চিঞৰে কুটী, ঐ কুটী। কুটীবিবিয়ে সেই সময়ত বনৰীয়া হৰিণীৰ দৰে চঞ্চল পদক্ষেপেৰে ঘূৰি ফুৰে— হয়তো ছাগলী পোৱালীক আদৰ কৰি কোলাত সুমুৱাই লয়। মুৰ্গীৰ পিছে পিছে খেদা ধৰে, কুলিক ভেঙুচাই কুলিৰ লগত দন্ কৰে।

মাজে মাজে ফকিৰ ওলাই যায়। দীঘল চোলা পিন্ধি, কান্ধত টোপোলা ওলোমাই। কেৰ্কোৰা লাখুটিডাল লৈ যেতিয়া পকাচুলিৰ ফকিৰ বনৰ মাজত অদৃশ্য হয় কুটীবিবিয়ে মুখ টেপা মাৰি হাঁহে। কি ভাবে কোনে জানে? ফকিৰ ওভটোতে মাহো পাৰ হৈ যায়। হাটে বজাৰে তাবিজ কবচ দিয়ে। পানী জাৰি খুৱাই আৰু সন্ধিয়াৰ অন্ধকাৰত টকা দুগুণ কৰিব পৰাৰ খেলা দেখুৱায়। দুটকা দিলে চাৰি টকা কৰে, পাচ টকা দিলে দহটকা। তাতকৈ বেচি কোনোবাই বিচাৰিলে কয়, "মোৰ তালৈ যাবা। দৰগাত আগবঢ়াব লাগিব পাচসিকি— অকলে যাবা পিছে লগত কাকো নিনিবা।"

বহুত দিনৰ মূৰত ফকিৰ ঘূৰি আহে। মোনাত টকা, সিকি, আধলিৰ জন্‌জননি, হাতত কুটীলৈ খুচ্ খাচ্ কিবা কিবি। কুটীৰ আনন্দৰ পাৰ নাইকীয়া হয়।

দুই চাৰিদিনৰ পিছতে টকা দুগুণ কৰাৰ আশাত মানুহ আহিবলৈ ধৰে। কম পইচাৰ মানুহক গ্ৰাহ্য নকৰে। কিবা এটা অজুহাত দেখুৱাই ঘূৰাই পঠিয়ায়। তিনি, চাৰি পাচশ লৈ অহা মানুহক কয় "বহা, নিশা এক প্ৰহৰ পাৰ হৈ যোৱাৰ পিছতহে সিন্নি হ'ব।"

প্ৰহৰ পাৰ হৈ যায়। আশাধাৰীজনক দৰগাহৰ ওচৰলৈ মাতি নিয়ে, ফকিৰ সমাধিস্থ, হাতৰ তচবীৰ ঘূৰি থাকে। নিশা গভীৰ হয়। টিলাৰ সিপাৰৰ পৰা শিয়ালৰ

ৰাও, বন্য জন্তুৰ মাত শুনা যায়। ফকিৰে তেতিয়া চকু মেলি কয়, "খোদা দযালু, টকা দিয়া।"

ভক্তই নোটৰ জাপ ফকিৰৰ হাতত দি ৰুদ্ধশ্বাসে অপেক্ষা কৰি থাকে সেই টকা দুগুণ হৈ কেতিয়া হাতত পৰিব।

"এয়া প্ৰসাদ লোৱা।"

ভক্তই হাতমেলি ভক্তিৰে দুটা বাতাসা, অলপ ফল আৰু এগিলাচ সুস্বাদু চৰবত লয়। গোটেই দিনৰ ক্লান্তি আৰু অনশনৰ পিছত বৰ ভাল লাগে, কিন্তু আচৰিত চৰবত খাই দেখোন গোটেই শৰীৰ অৱসাদেৰে ভৰি পৰিছে। চকু জাপ খাই গৈছে— সেই জাপ খোৱা চকু মেলিবৰ আৰু সাধ্য নেথাকে।

সেই টোপনি সচাঁকৈয়ে নেভাগে। কেইঘণ্টামানৰ পিচত মুৰৰফালে ফকিৰে আৰু ভৰিৰ ফালে কুটীয়ে ধৰি টানি ভক্তক লৈ যায় টিলাৰ ডাঠ হাবিৰ মাজলৈ, তাত কবৰ খনাই থাকে। অজ্ঞান ভক্তক তাত শুৱাই ফকিৰে কপালৰ ঘাম মোচে আৰু কুটী হাঁহিত বাগৰি পৰে। তাৰ পিছত হাবি বনেৰে কবৰ ঢাকি স্বামী-স্ত্ৰী নিশ্চিন্ত মনে আহি ঘৰত শুই থাকেহি। ৰাতিপুৱা উঠি ফকিৰে টকাবোৰ কলহত ভৰাই মাটিৰ তলত পুতি থয়। ভাং আৰু ধতুৰা গছত ভালকৈ সাৰপানী দিয়ে।

এইদৰেই বছৰৰ পিছত বছৰ নিৰ্বিঘ্নে সুখ শান্তিতে দিন কটাইছিল ফকিৰ দম্পতীয়ে। মাজে মাজে ভক্তৰ আত্মীয় স্বজন কেতিয়াবা বিচাৰি আহিলে ফকিৰ সৰগ পৰা মানুহৰ দৰে থৰ হৈ কয় "আৰে! সেই দিনাই দেখোন দুগুন টকা লৈ ইয়াৰ পৰা গুচি গৈছিল। হয় নে নহয় বাৰু কুটী? কুটীয়ে ঘৰ সাৰি থাকোতে মুখ টিপি হাঁহি উত্তৰ দিয়ে, "কেতিয়াবাই গল তেওঁ। এইফালে বৰ চোৰ ডকাইতৰ উৎপাত। ইমানবোৰ টকা লৈ ইস—"

তাৰ পিছত এদিন এজন নতুন মক্কেল আহিল। বাইচ, তেইচ বছৰৰ নিপুন ভাস্কৰৰ হাতেৰে গঢ়া কলা পাথৰৰ মূৰ্ত্তি হে যেনিবা। মূৰত কেকোৰা ডাঠ চুলি, খামুচীয়া ককালত টানি ৰঙা গৰিয়লিৰ গামোচা বন্ধা। হাতত তেল চিকচিকিয়া লাখুটি। চঞ্চল চকুজোৰত স্বাস্থ্য আৰু আনন্দৰ জিলমিলনি। ইফালে সিফালে চাই ফকিৰৰ ঘৰ বিচাৰি আহি আছিল। চোতালৰ মুৰতে কুটীক চকুত পৰি যুৱক বৈ গল। মুখত ফুটি উঠিল কৌতুহলপূৰ্ণ দৃষ্টি। সেই দৃষ্টিৰ নিঃশব্দ প্ৰতিধ্বনি পলকৰ কাৰণে জাগি উঠিল কুটীৰ হৃদয়ত। কুটীৰ সদা চঞ্চল আঁখি পল্লৱ নত হল, আনত দীপ্ত মুখত দেখা দিলে ৰাঙলী বোলৰ আভা। কিহৰ আভা কোনে জানে?

ফকিৰে বাৰান্দাত বহি ধপাত খাই আছিল। যুৱকে নোট এজাপ ফকিৰৰ আগত পেলাই কলে, "পাঁচশ আছে লেখি লোৱা আৰু এয়া পাচ সিকি তোমাৰ সিন্নিৰ খৰচ। ফকিৰে কথা নকৈ ইঙ্গিতেৰে বহিবলৈ দি হোঁকাটো আগবঢ়াই দিলে। প্ৰসাদৰ পইচা ৰাখি কলে, "নোটবোৰ ৰাখি থোৱা। তাৰ কাম দিনত নহয়। জিৰনি লোৱা, ধপাত খোৱা, সিন্নি ৰাতি এক প্ৰহৰৰ পিছতহে হ'ব।"

বহুত দিনৰ মূৰত কুটীবিবিয়ে মুৰ আচুৰি, খোপাত এপাহ বনৰীয়া ফুল গুজি ললে। এমাইল দূৰৰ নিজৰাত গা ধুই উঠি ফকিৰে দুবছৰৰ আগতে কোনোবা হাটৰ পৰা আনি দিয়া আনি দিয়া এখন আকাশবুলীয়া টাঙ্গাইল শাৰী পিন্ধিলে। "কলৈ গলা? মিঞা চাহাবক খাবলৈ দিয়া। বেচেৰা কিমান দূৰৰ পৰা আহিছে "সময়তো বেচি নাই। ইয়ালৈ পঠিয়াই দিয়া।" খাবলৈ দিছো'— ৰান্ধনি ঘৰৰ পৰা কুটীয়ে মাত লগালে।

আলহী পাকঘৰৰ দুৱাৰমুখত ঠিয় হ'লগৈ। কুটীয়ে এবাতি গাখীৰ আৰু অলপ মুৰি লৈ ওলাই আহিল। এবাৰ চকিতে মন কৰিলে আলহীৰ মুগ্ধ দৃষ্টি, কঠ এখন পাৰি আচলেৰে ধুলি খিনি মচি কলে "বহঁা।" হোসেনে যেন তেতিয়াহে জ্ঞান পালে। সুধিলে, "তুমিও এই হাবিতে থাকা নে কি?"

কুটীয়ে অবাক হৈ কলে, "নহ'লে কত থাকিম?"

"ইয়ালৈ কেনেকৈ অহিলা?"

কুটীয়ে কৃত্রিম খঙেৰে উত্তৰ দিলে, "নেজানেহে যেনিবা মই ফকিৰ চাহাবৰ স্ত্রী।"

"সেই ফকিৰৰ স্ত্রী তুমি" বুলি হো হোকৈ হাঁহি বাগৰি পৰিল।

কুটী বিৰক্ত হৈ সুধিলে, "হাহিছা কিয়?"

"একো নাই। তুমি টকাখিনি থৈ দিয়া, মই অলপ ঘূৰি আহো। উঃ কি হাবি। উশাহকে লব নোৱাৰি" বুলি একে সোহাতে গাখীৰ খিনি খাই মুৰিখিনি গামোচাৰ আগত ঢালি চোবাই চোবাই ওলাই গল।

কুটীয়ে নিজ হাতেৰে আটাইতকৈ ভাল কুকুৰাটো কাটি যত্ন কৰি ৰান্ধিলে। নিজৰ হাতে খীৰোৱা কলি গৰুৰ গাখীৰ ঘনকৈ উতলালে। সমুখত বহি আলহীক ইটো সিটো দি খুৱালে। গাখীৰ অলপ এৰা দেখি কুটীয়ে অনুনয় কৰি কলে, "সেই গাখীৰকণ খোৱা মোৰে শপত।" তাৰ পিছত মুখ টিপি হাঁহি কলে, "এনেয়ে মিঞা চাহাবে হাবি দেখি পলাওঁ পলাওঁ কৰিছে। তাতে যদি ভালকৈ নুখুৱাও ঘৰত গৈ বদনাম কৰবগৈ।"

হোসেনে সেই প্রশ্নৰ উত্তৰ নিদি মাথো কলে, "বৰ ভালকৈ খালো। ইমান যত্ন কৰি মোক কোনেও কেতিয়াও খুউৱা নাই।"

টিপ চাকিৰ পোহৰত কুটীৰ মুখ দেখা নগল। অন্তৰ ভেদ কৰি অহা হুমুনিয়াহ ওলাবলৈ নিদিলে।

খোৱাৰ পিছত হোসেন মিঞাই বাৰান্দাত বহি ফকিৰৰে সৈতে কথা বতৰা পাতি আছিল। দাঁতিৰ চালিখনৰ তলত কুটীয়ে নিজ হাতেৰে পৰিপাটিকৈ বিচনা পাৰি দি কলে, "এইবাৰ কথা নহয়। শুই থাকাহি। কিমান দূৰৰ পৰা আহিছা।"

হোসেন শুবলৈ গলত কুটীয়ে ফকিৰৰ ওচৰত ঠিয় হৈ অলপ বেলি চিন্তা কৰি কলে, "এওঁৰ বেলা আগৰ দৰে নচলিব কিন্তু।" ফকিৰৰ চকু দুটা হিংস্র পশুৰ দৰে

জ্বলি উঠিল। ঠাট্টা কৰি কলে, "বৰ মৰম দেখিছো। ইয়াৰ মাজতে পমি গলি।" "পমিছো ভাল কৰিছো। কিন্তু মনত ৰাখিবা, এওঁৰ কিবা কৰিবলৈ গলে তোমাৰ এদিন নহ'লে মোৰ এদিন।"

ফকিৰে নিজকে সংযত কৰি আচলত ধৰি কুটীক বহুৱাই মৌ-সনা মাতেৰে কলে, "তোৰ কথা মই কেতিয়াবা পেলাইছো জানো? তোৰ খণ্ডহে তুলিছিলো।" কুটীৰ মুখখনত ধৰি কলে, বাঃ আজি তোক বৰ ধুনীয়া দেখিছে।"

আজোৰ মাৰি নিজক একৰাই কুটী দৃপ্ত ভঙ্গিৰে আঁতৰি গল। যিমান দুৰ দেখা যায় এজোৰ জ্বলন্ত ক্ৰুৰ চকুৰ দৃষ্টি কুটীৰ দেহাৰ ওপৰত এচাৰ খাই পৰিল।

গভীৰ নিস্তব্ধ নিশা। বনৰ আঁৰত শুক্লা দ্বাদশীৰ জোন এই মাত্ৰ আঁৰ হৈছে। জীৱ জগত টোপনিত লালকাল। সাৰ পাই আছে মাথো গহীন অৰণ্য। অৰণ্যৰ অদ্ভুত ৰহস্যময় ভাষা। লাহে লাহে নিঃসাৰে বনৰ ভিতৰৰ পৰা ফকিৰ ওলাই আহিল। কোঠালীৰ জাপ খুলি দেখে তাৰ সুন্দৰী স্ত্ৰী টোপনিত লালকাল। গছৰ আঁৰেদি বেৰৰ জলঙাইদি এচমকা জোনাক পৰিছেহি কুটীৰ সুন্দৰ সুপ্ত মুখৰ ওপৰত। সেই মুখত ফকিৰে দেখিছে সদ্য প্ৰাপ্ত তৃপ্তিৰ আভাষ। উশাহৰ লগে লগে বুকু খন উঠা নমা কৰিছে, নিঃশব্দে ফকিৰে অলপ বেলি চাই ৰল। তাৰ কুৎসিৎ মুখৰ শীৰ্ণ পেশীবোৰ টান হৈ পৰিল। দাঁত কৰচিবলৈ ধৰিলে। গাতত সোমোৱা চকুত বিৰিঙিল হিংসা। খৰিৰ নিচিনা ক্ষীণ শিৰাময় হাতখনৰ আঙুলিবোৰ বিছাৰ দৰে নিদ্ৰিতাৰ ডিঙিৰ ফালে আগবাঢ়ি গল। এবাৰ টেপা মাৰি ধৰিলেই শেষ হৈ যাব— সেয়ে হওঁক অস্ফুট গৰ্জন ওলাল ফকিৰৰ ডিঙিৰ পৰা, "চয়তানী।"

নিজৰ মাত শুনি নিজেই চক্ খাই গল ফকিৰ। নিঃশব্দে ওলাই গল বাহিৰলৈ।

দাঁতিৰ কোঠালীত নতুন বিচনাত আৰু নতুন অনুভূতিৰ উত্তেজনাত হোসেনৰ বাৰে বাৰে টোপনিৰ ব্যাঘাট ঘটিছিল। ফকিৰে গাত হাত দিওতেই ধৰফৰকৈ উঠি কলে, "কোন?"

"মই" ফুচ ফুচাই ফকিৰে কলে, "সময় হৈছে, ওলাই আহাঁ।" দৰগাৰ ওচৰত এডাল মম জ্বলি আছিল। তাৰ ওচৰতে এখন কঠত হোসেনক বহুৱাই দিলে। গাত, মুৰত মন্ত্ৰ পঢ়া পানী চটিয়াই কলে, "নোট দিয়া।"

"নোট আপোনাৰ পৰিবাৰৰ হাতত।"

"তেওঁৰ হাতলৈ কেনেকৈ গল?"

"মই থবলৈ দিছিলো।" আৰু এবাৰ ফকিৰৰ হিংস্ৰ চকু দুটা জ্বলি উঠিল।

"বাৰু এয়া সিন্নি লোৱা খোদাৰ নাম লৈ একে উশাহতে খাই পেলোৱা।" ভক্তৰ হাতত তুলি দিলে চৰবতৰ গিলাচ। এসোপা চোকা ভাং আৰু তাৰ লগত মিহলোৱা ধুতুৰাৰ বিহ। স্বাস্থ্যবান ডেকা আধাঘণ্টাৰ ভিতৰতে কৰ নোৱাৰা হ'ল। ফকিৰৰ ক্ষীণ দেহত কৰপৰা যে আহিল অসুৰৰ শক্তি— হলৌ চোলাটো সোলোকাই

ভৰিত ধৰি টানি নিলে হোসেনৰ অচেতন দেহ। কবৰ খন্দাই আছিল। পেলাই দিওঁতে অস্ফুট গোঙানিৰ শব্দ ওলাল। বলিয়াৰ দৰে কবৰ মাটিৰে ভৰাই পেলালে। গোঙানিৰ শব্দ চিৰকালৰ কাৰণে স্তব্ধ হল। ফকিৰৰ কাম শেষ হওঁতে ৰাতি পুৱাও পুৱাও হ'ল।

কুটীৰ কিবা এটা বেয়া সপোন দেখি টোপনি ভাগিল। লৰালৰিকৈ উঠি চকু মোহাৰি কাষৰ চালিৰ তললৈ গল। ঘৰত দেখোন কোনো নাই। ফকিৰে বাৰান্দাত টোপনিয়াই বা টোপনিৰ ভাও ধৰি পৰি আছিল। কুটীয়ে মাতোতে গেজ্ৰেৰা মাৰি কলে, "ৰাতিপুৱাই চিঞৰিছ কেলৈ?"?

"তেওঁক দেখোন দেখা নাই।" ব্যাকুল কণ্ঠেৰে কুটীয়ে সুধিলে।

"গলগৈ কিজানি?"

"নোকোৱাকৈ যাবনে?"

ফকিৰে উত্তৰ নিদিলে। কুটী ইফালে সিফালে ব্যাকুল হৈ ঘূৰি ফুৰোতে চৰবতৰ উদং গিলাচটো চকুত পৰিল। এবাৰ নাকৰ ওচৰলৈ গিলাচটো আনোতেই সৰ্ব্বশৰীৰ কঁপি উঠিল। কান্দোনত ভাঙি পৰিল— এই কান্দোনৰ যেন শেষ নাই।

চিকাৰীয়ে তাৰ হাতত‌ে কাড়ত মৃতপ্ৰায় হোৱা হৰিণীলৈ চোৱা দি ফকিৰে কুটীলৈ চাই ৰল।

হঠাৎ কি মনত পেলাই কুটী উঠি বহিল। বহল চকু জোৰত বিজুলি খেলি গল। পাতল ওঁঠ দুটাৰ ওপৰত ফুটি উঠিল নিষ্ঠুৰ হাঁহিৰ বেকা ৰেখা। এক মুহূৰ্ত্ততে কুটীৰ মুখ কঠিন হৈ পৰিল— চঞ্চলা হৰিণী ক্ৰুদ্ধা সৰ্পিনীলৈ ৰূপান্তৰিত হ'ল।

ফকিৰে ভয় ভীতেৰে এই ৰূপান্তৰিত লক্ষ্য কৰিলে। কুটী পোন হৈ শাৰীৰ আচল ককালত খুচি ললে। স্বামীৰ মুখৰ ওপৰত তৰ্জনি জোকাৰি ৰুদ্ধশ্বাসেৰে কলে, "ইয়াৰ প্ৰতিশোধ লম।"

ফকিৰে সম্বিৎ পোৱাৰ আগতে কুটীবিবি ধুমুহা যোৱাদি গুচি গল।

"কলৈ যাব কুটী, শুন" বুলি ফকিৰে পিছে পিছে লৰিলে।

কোনো উত্তৰ নাই। নিমিষতে কুটীৰ দেহ হাবিৰ মাজত অদৃশ্য হৈ পৰিল।

হাবি বন পাৰ হৈ পথাৰ, তাৰ পিছত আকৌ হাবি। জহৰ দিনৰ কোৰমৰা পথাৰ। মাটি নহয় যেনিবা শিলহে। শিলত খুন্দা খাই ভৰি ৰাঙলী হ'ল, কুটীৰ কিন্তু তালৈ ভ্ৰুক্ষেপ নাই। মাজে মাজে মাথো বাটৰুৱাক সোধা শুনা গল, "কব পাৰা থানা আৰু কিমান দূৰত?"?

চতৰ আকাশৰ পৰা জুই বৰষিছে। পিয়াহত অষ্ঠ-কণ্ঠ শুকাই গৈছে। বগা মুখ ৰঙা হৈ পৰিছে। ঘামত সৰ্ব্বশৰীৰ তিতি গৈছে, কিন্তু কুটীৰ জিৰাবলৈ সময় নাই।

বাইচ মাইল পাৰ হৈ থানা পাওঁতে কুটীৰ প্ৰাণশক্তিযেন শেষ হৈ গল। বাৰান্দাত উঠিব নোৱাৰিলে। এবাৰ মাথো "পানী" বুলি কৈ অজ্ঞান হৈ পৰিল।

ডাক্তৰৰ সহায়ত জ্ঞান হওঁতেই চিঞৰি উঠিল, "হত্যা, হত্যা ৰাইজান হাবিত। তোমালোক বেগেতে বলা।"

খোজ কঢ়াৰ শক্তি নাছিল ডুলিত উঠি সেই ৰাতিয়েই পুলিচৰ লগত কুটী ফকিৰৰ দৰগাহলৈ উভটি আহিল। কবৰ খান্দি হোসেনৰ মৃতদেহ উলিওৱা হ'ল। মৃতদেহটো দেখি লাগিল যেন ডেকা ল'ৰাটো ক্লান্ত হৈ এইমাত্র হে শুই পৰিছে। এবাৰ মাতিলেই উঠি বহিব। কুটী চিঞৰ মাৰি তাৰ বুকুত জপিয়াই পৰিল। পৰম স্নেহৰে আচলৰে মুখৰ মাটিৰ দাগ মচি ব্যাকুল কণ্ঠেৰে কান্দি কান্দি কলে, "তোমালোকে এজন ডাক্তৰ মাতা, চিকিৎসা কৰিলেই ভাল হৈ উঠিব।'?

দাঁতিৰ কবৰবোৰ খান্দি এটা গলিত শ আৰু দহটা কঙ্কাল পোৱা গল।

এইবোৰৰ কথা পাতিছিলো কাচিম ফকিৰৰ উকিল সুজিত ৰায়ৰ ড্ৰইংৰুমত। ভদ্রলোক বৃত্তিত উকিল যদিও প্রকৃতিত সাহিত্যিক। প্রথমটো জীৱিকা, দ্বিতীয়টো উপসর্গ। কিবা এক অধিবেশনত তেওঁৰ লগত মোৰ চিনাকী। সেই চিনাকী লাহে লাহে বন্ধুত্বৰ কোঠালৈ উপক্রম কৰাৰ সময়ৰ কথা। মক্কেলৰ কাৰণে মৃত্যুদণ্ড আৰু নিজৰ কাৰণে পৰাজয় পকেটস্থ কৰি তেওঁ মোক মাতি পঠিয়ালে। উকিল হ'লেও ঘটনাটোৱে তেওঁৰ অন্তৰ স্পর্শ কৰিছে। কোনো ভূমিকা নকৰাকৈ কাচিম ফকিৰৰ কাহিনী শুনালে। মই উপলক্ষ্যহে কথাটো তেওঁ নিজকেই শুনালে।

মই জেলৰ চাকৰিয়াল। মানুহৰ সুখ-দুখৰ ইতিহাসে মোৰ অন্তৰত প্রতিক্রিয়াৰ সৃষ্টি নকৰে। মই তেওঁৰ গদ্যময় দিশটো মন কৰি কলো "ফকিৰৰ কাৰণে আপোনাৰ যি খাটনি গৈছে সেয়া বাৰু বাদকে দিলো। খৰছ পত্রওতো বিশেষ ছাগৈ পোৱা নাই নহয় জানো? তেওঁ কলে, "ঠিক ওভোটাটোহে, পাৰিশ্রমিক মই যথেষ্ট পাইছো।" আচৰিত হৈ সুধিলো, "কেনেকৈ পালে? ফকিৰৰ ইমান বন্ধুনো কোন?"

"কিয় তেওঁৰ স্ত্রী কুটী বিবি।"

মইতো হতভম্ব।

সুজিত উকিলে কলে, "খৰচ পাতিটো দিছেই। মোৰ লগত পাচবাৰ দেখা কৰিছে।"

কৌতুহল দমন কৰিব নোৱাৰি সুধিলো, "স্বামী মহাৰাজৰ লগত দেখা কৰিব খোজা নাইনে?" "নাই" এদিন মই সুধিছিলো। কি কলে জানে, "সেই আপদটোক দেখা কৰি কি হ'ব?" কিন্তু এটা কথা বাৰে বাৰে কৈছে টকা যি লাগে দিম আপুনি চাব যাতে তাৰ ফাঁচী নহয়।"

কিন্তু ফাঁচীৰ হাত সৰুৱাব নোৱাৰিলো।

উকীলৰ ঘৰৰ পৰা ওভটোতে নিশা বাৰ বাজিল। গোটেই বাটচোৱা ফকিৰ দম্পতীৰ কীর্ত্তি কাহিনীকে পাগুলি আহিলো। এবাৰ মানুহটোক চাবৰ মন গল। ঘৰলৈ নগৈ জেলত সোমালো।

প্ৰাণদণ্ডৰে দণ্ডিত আচামীৰ নিৰ্জন কক্ষ। জেলৰ ভাষাত যাক কয় ফাচী ডিগ্ৰি বা কণ্ডেম চেল। লোহাৰ ৰেলিঙ দিয়া। কাষৰ বন্ধ দুৱাৰ, তাৰ ওচৰতে এটা লেম জ্বলি আছে। ওচৰত ঠিয় হৈ আছে লাখুটি লোৱা সতৰ্ক প্ৰহৰী। সেই প্ৰহৰীটো এইটো কয়দীৰ কাৰণেই নিযুক্ত কৰা হৈছে; তাৰ শেন চকুৰ পৰা আঁৰ হ'বলৈ—হতভাগ্য বন্দীৰ সাধ্য নাই; তাৰ ডিউটি শেষ হ'লে আকৌ আইন এটা আহিব। মৃত্যু দণ্ড নোহোৱালৈকে এই প্ৰহৰী পৰিক্ৰমাৰ অন্ত নাই। প্ৰহৰী পৰিক্ৰমা নথকা হ'লে ফাচীৰ দণ্ড পোৱা মানুহজনে হয়টো কোনোবা মুহূৰ্ত্তত তাৰ দণ্ডৰ কথা পাহৰিলেহেঁতেন। মৃত্যুদণ্ড যিমানেই নিষ্ঠুৰ নহওক এই প্ৰহৰীৰ শেন চকুৰ দৃষ্টি তাতকৈও নিষ্ঠুৰ। যি দুটা জৈব ক্ৰিয়া মানুহ মাত্ৰেই প্ৰয়োজনীয় তাৰো আবুৰৰ কোনো নিৰ্দেশ নাই।

শুনিছো আত্মহত্যা কৰে বুলিয়েই ফাচীৰ আচামীৰ ওপৰত এই সতৰ্ক পহৰা। কিন্তু আইনস্ৰষ্টা বিজ্ঞৰ দলে ভাবি চাইছিলনে— এই চোকা পহৰা যে আত্মহত্যাতকৈও নিকৃষ্ট। এয়া যে পলে-পলে, তিলে-তিলে আত্মহত্যা, লাঞ্ছিত মনুষ্যত্ব।

আৰু অলপ আগবাঢ়ি চেলৰ সমুখত ঠিয় হ'লোগৈ। গাৰু নোহোৱা কম্বলৰ ওপৰত শুই আছে কাচিম ফকিৰ। শুইছেনে সাঁৰ পাই আছে কোনে জানে? মোৰ প্ৰয়োজন সি যে আছে সেইটোৱেই। তাৰ মনৰ খবৰ ৰখাৰ মোৰ দৰকাৰ নাই। তথাপি কিয় জানো অবাক হৈ চাই ৰলো সেই চাৰে চাৰিফুট দীঘল ক্ষীণ মানুহটোক, মুৰত জপৰা চুলি। মুখভৰ্ত্তি ডাড়ি, মুদি থকা চকুৰ কাষত বয়সৰ আচোৰৰ ৰেখা, ক্ষীণ দেহত ঢিলা পোচাক, তাৰ শুই থকাৰ নিশ্চিন্ত ভঙ্গী সঁকলো হাস্যকৰ যেন লাগিল। ইংৰাজীত যাক কয় funny। এই মানুহটোৱে এটা নহয়, বাৰটা খুন কৰিছিল?

ফাচীৰ আপিল নকৰিলে। তথাপি মৃত্যুদণ্ডও মহামান্য হাইকোৰ্টৰ অনুমতিৰ প্ৰয়োজন। কেইদিনমানৰ ভিতৰতে সেই সম্মতি আহিল— Death sentence confirmed। ইয়াৰ পিছত প্ৰাণভিক্ষাৰ আবেদন প্ৰথমে ৰাজ্যপাল। পিছত ৰাষ্ট্ৰপতি। Mercy petition লিখা হ'ল যদিও ফকীৰে টিপ চহী দিবলৈ সন্মত নহ'ল। সি প্ৰাণভিক্ষা নকৰিলে। সেই কাৰণে অদৰকাৰত বেলি নকৰি ফাচীৰ দিন স্থিৰ কৰা হ'ল। আচামীৰ আগত সেইটো প্ৰকাশ কৰাৰ নিয়ম নাই।

"কাৰোবাক চাবৰ মন আছেনে?" চৰকাৰীভাৱে সোধা হ'ল।

এক পলক মাত্ৰ ভাবি মুৰ জোকাৰি কলে, "নাই।"

তিনিদিন মানৰ পিছত ফকিৰৰ চেলৰ আগেদি পাৰ হৈ যাওঁতে মনত লাগিল ফকিৰে যেন মোক কিবা কবলৈ বিচাৰিছে।

আগবাঢ়ি আহি সুধিলো, "কিবা কবানে কি?"

ফকিৰে অলপ ইতঃস্তত কৰি কলে, "ইয়ালৈ মাইকী মানুহ আহিব পাৰেনে বাবু?"

"কিয় নোৱাৰিব? কাক চাব খুজিছা?'?

"মোৰ মানুহজনীক চাবৰ মন গৈছে— নাম কুটীবিবি, মধুপুৰ থানাৰ ৰাইজান গাৱঁত ঘৰ।"

কুটীবিবিৰ নামে চৰকাৰী চিঠি পঠিওৱা হ'ল। তাৰ নকল পঠোৱা হ'ল মধুপুৰ থানাৰ ভাৰপ্ৰাপ্ত বিষয়ালৈ। তেওঁ ব্যস্ত হৈ বিচাৰ খোচাৰ কৰি জনালেহি "পোৱা নগল মলয়বাবু।" ৰায় দিবৰ দিনাও কাছাৰীলৈ আহিছিল, কিন্তু হাকিম উঠি যোৱাৰ পিছত ওলাই আহি আৰু দেখা নেপালো। থানাৰ পৰা খবৰ আহিল কুটীবিবিৰ নামে কাকো পোৱা নগল। ফাঁচীৰ দিন পালেহি। পুৱা চাৰি বজাত আচামীক জগাই দিয়া হ'ল। বৰ জামাদাৰে গম্ভীৰ হৈ কলে, "ওলাই আহা ফকিৰ। গা-ধুই আল্লাৰ নাম-লোৱা।"

কাচিমে একো বুজি নোপোৱাৰ দৰে অবাক হৈ চাই ৰল। চেলৰ দুৱাৰ মেলি দিলে, কাচিমে সুধিলে, "কলৈ যাব লাগে?"

ইয়াৰ উত্তৰ ত্ৰিচ বছৰ চাকৰি কৰা চীফ হেড ওৱাৰ্ডাৰ গঙ্গানন্দ সিংহৰ ডিঙিত লাগি ধৰিলে। গা-ধোৱা বা আল্লাৰ নাম লোৱাত ফকিৰৰ উৎসাহ দেখা নগল। পহৰাদাৰে তেওঁক বাহিৰলৈ উলিয়াই আনিলে। মুৰত কেইমগ মান পানী ঢালি নতুন জাঙিয়া কুৰ্ত্তা পিন্ধাই দিলে। প্ৰহৰী মুছলমান। ফকিৰৰ কাষত গৈ নামাজো পঢ়িলে। কাচিম আগবাঢ়ি আহি মোক সুধিলে, "তাই নাহিল বাবু?"

এক মুহূৰ্ত্ত ভাবি লৈ কলো, "আহিছিল ফকিৰ কিন্তু তোমাৰ খবৰ শুনি কান্দি কাটি অফিচতে অজ্ঞান হৈ পৰিল। ডাক্তৰে কলে, "এই অৱস্থাত দেখা কৰিবলৈ দিয়া ঠিক নহ'ব। দৰব জাতি দি সুস্থ কৰি ঘৰলৈ পঠিয়াই দিছো। ফকিৰে সৰ্ব্ব অঙ্গৰে মোৰ প্ৰতিটো শব্দ শুনি গল। তাৰ পিছত আকাশলৈ চাই হুমুনিয়াহ কাঢ়ি কলে "আল্লাহ।" এই হুমুনিয়াহৰ লগত যেন ফকিৰৰ বহুত দিনৰ কদ্ধ বেদনা ওলাই গল। পুৱতি নিশাৰ ক্ষীণ পোহৰতো ফকিৰৰ মলিন মুখখন উজ্জ্বল দেখিলো। গাতঁত সোমোৱা চকুৰ পৰা দোটোপাল চকুৰ পানী সৰি পৰিল। ভগৱানে জানে, ফকিৰক যি কলো সকলো মোৰ মনে সজা। কিন্তু সেইকণ মিছাৰ আশ্ৰয় লৈ যি পালো তাৰ লগত গোটেই জীৱনব্যাপি কোৱা সত্যভাষণৰ লগত সলনি কৰিব পাৰি। এই মৃত্যুযাত্ৰীৰ হৃদয়ত যি অমৃত দিলো তাৰ মৰণজয়ী মাধুৰ্য্য মোৰ জীৱনত অক্ষয় হৈ ৰল।

ফাঁচী যন্ত্ৰৰ চাৰিউফালে ব্যস্ততাৰ অন্ত নাই। ইউনিফৰ্ম পৰিহিত জেলাৰ আৰু তেওঁৰ সঙ্গীবৃন্দ এফালে শাৰীপাতি ঠিয় হ'ল আৰু এফালে ঠিয় হ'ল সশস্ত্ৰ ৰিজাৰ্ভ ফৰ্স। চাৰিউফালে নিতাল। ইমান ডাঙৰ জেলৰ তেৰ চৈধ্যশ লোকে কদ্ধশ্বাসে ঠিয় হৈ ৰৈ আছে মহাসংকটৰ প্ৰতীক্ষাত। ইমানবোৰ বেৰেক যেন প্ৰেতপুৰী। কতো এক বিন্দু প্ৰাণৰ চিন নাই।

সুপাৰৰ নিঃশব্দ ইঙ্গিতত আচামীক অনা হ'ল। মুৰত চকু ঢকা টুপী, হাত দুখন পিচফালে হাতকেৰেয়া লগাই বন্ধা। দুজন চিপাহীয়ে তাক লাহে লাহে ফাচীৰ মঞ্চৰ ওপৰলৈ তুলিলে। ভৰিৰ তলত লোহাৰ তক্তা, তাৰ তলত গভীৰ গাত। ফাঁচী দিয়া মানুহজন প্ৰস্তুত হৈ আছে হুকুমৰ প্ৰতীক্ষাত।

সুপাৰৰ হাতত ৱাৰেণ্ট, গম্ভীৰ কণ্ঠেৰে হুকুমৰ আদেশ পঢ়ি গল। তাৰ বঙালী ভাঙনি পঢ়ি শুনালে বিলিঙ্গ দপ্তৰৰ ডিপুটি জেলাৰে। লগে লগে বিক্সাৰ্ভ চীফ ৱাৰ্ডাৰৰ গম্ভীৰ আদেশ শুনা গল— Present arms. নিখুঁটভাৱ ডাঙি ধৰিলে ৰাইফল যুক্ত বেয়নেট। চিৰ বিদায়ৰ যাত্ৰীক সশস্ত্ৰ বাহিনীয়ে তেওঁলোকৰ শেষ সম্মান জনালে।

ৰাইফল বাটৰ ওপৰৰ পৰা তেওঁলোকৰ হাতৰ শব্দ নাইকীয়া হোৱাৰ আগতে চাৰিউফাল সচকিত কৰি আচামীয়ে তীক্ষ্ণ আৰ্ত্ত স্বৰৰে চিঞৰি উঠিল "মোক এৰি দিয়া, তোমালোকৰ ভৰিত ধৰিছো মোক এৰি দিয়া।" দুজন শকত আৱত চিপাহীয়ে তাক ধৰি ৰাখিব পৰা নাই। ফাচীৰ ৰচি টনা মানুহটো (জল্লাদ) থমক খাই ৰল। সুপাৰৰ কপালৰ গাঁঠি থোপ খালে। তেওঁৰ ইঙ্গিতত আৰু দুজন চিপাহীয়ে ফকিৰৰ শোকত ভাঙি পৰা দেহ ডাঙি ধৰিলে। হেঙমেনে ধৰধৰকৈ ডিঙিত ৰচি লগাই দিলে আৰু মুহূৰ্ত্তে টানি দিলে লোহাৰ তক্তা। চকুৰ পলকতে কাচিম ফকিৰৰ ক্ষীণ দেহ অদৃশ্য হৈ গল। এডাল শকত ৰচি মাত্ৰ আমাৰ চকুৰ আগত ওলমি থাকিল। এবাৰ কি দুবাৰ ৰচিডাল কঁপি উঠিল তাৰ পিছত সকলো স্থিৰ।

এই মানুহটোৱে এয়া কি কৰিলে— সকলোৰে মুখত একে আলোচনা। আৰম্ভণিতে এপিল নকৰিলে, Mercy petition নপঠিয়ালে। শেষত ফাঁচী কাঠৰ ওপৰত ভাগি পৰিল। আচৰিত কাণ্ড। সেই ফাঁচী লৈয়েই সেইদিনাৰ কথোপকথন চলিল। সিনিয়ৰ অফিচাৰে তেওঁলোকৰ প্ৰত্যক্ষ অভিজ্ঞতা বৰ্ণনা কৰিলে। বীৰেন বাবুৱে কলে "কত ফাঁচী দেখিলো। বিপ্লৱী সকলৰ কথাই সুকীয়া। বাকীবোৰক চেলৰ পৰা ফাচী মঞ্চলৈ ধৰি আনিব লাগে। এটা মুছলমান ল'ৰাই আলিপুৰত খুব বাহাদুৰি দেখুৱাইছিল। আলি আহমদ বোধহয় নাম। ডাঙৰ মানুহৰ ঘৰৰ ল'ৰা, বিয়াও কৰাইছিল ডাঙৰ মানুহৰ ঘৰৰে ছোৱালী। ঘৈণীয়েক বোলে পৰমা সুন্দৰী আছিল। বিয়াৰ এমাহ নৌ হওঁতেই দিলে তাইক শেষ কৰি। "কিয়?"

"কিয় আৰু চৰিত্ৰৰ সন্দেহত। ডেকা কালত সাধাৰণতে যি হয়। প্ৰেম যেনেকৈ উন্মত্ত, সন্দেহো তেনেকৈ চকুৰ পলকতে। অৱশ্যে নিজৰ ভুল বুজি পাই দেগাৰ হাতত লৈ থানা পাইছিলগৈ। সি নিজে মকৰ্দ্দমা কৰিব খোজা নাছিল। কিন্তু ঘৰৰ মানুহে কিয় শুনিব? ডাঙৰ ডাঙৰ বেৰিষ্টাৰ, খাটনি, কন্দা-কটা সকলো কৰা হ'ল কিন্তু তাৰ ডিঙি নৰল। তাৰ ফাঁচীৰ দিনটো মোৰ আজিও মনত আছে। চেলৰ পৰা দপদপাই ওলাই আহি ফাঁচী মঞ্চত বুকু ফুলাই ঠিয় দিলে। বৰাচাহাবে ৱাৰেণ্ট পঢ়িছিল। সি মাজতে কলে, "সেইবোৰ বাদ দিয়ক চাহাব। ৱাৰেণ্ট আগতেই শুনিছো। তোমাৰ জল্লাদক মাতা— ফাঁচ ডাল লগাই দিয়ক।। I am ready. তাৰ পিছত লাহে লাহে কলে, "এই পৃথিৱীত দোষ কৰিছিলো আৰু এই পৃথিৱীতে তাৰ শাস্তিও ললো। মোৰ কোনো আপচোচ্ নাই। আজ ম্যায় বহুত খুশ্ হ্যায়।

ৰাধিকা বাবু পুৰণা মানুহ। জুনিয়ৰ বোৰে হেচোঁ মাৰি ধৰি কলে, "আপুনি দুটামান কওঁকছোন। আপুনি নিশ্চয় অনেক ফাঁচী দেখিছে।"

তেখেতে কলে, "অনেক নহ'লেও দুই চাৰিটা দেখিছো। পিছে মনত ৰাখিবলগীয়া একো দেখা নাছিলো। সকলোকে সাধাৰণভাৱে চেলৰ পৰা আনি ওলোমাই দিছিল। তাৰ মাজতে অৱশ্যে এটা বিশেষ ধৰণৰ কেচ দেখিছিলো। মানুহটোৰ নামটোও মনত আছে— নিতাই ভট্টাচাৰ্য্য। কাছাৰীত মকৰ্দ্দমা কৰাত ওস্তাদ। গোটেই জীৱন লোকৰ অন্যায় কৰি শেষত নিজেই এক সাংঘাটিক হত্যাৰ মকৰ্দ্দমাত সাঙোৰ খালে। মাটিৰ দখল লৈ কাজিয়া। দুটাক হত্যা কৰা হ'ল। তেজৰে ৰঙা কাপোৰ পোৱা গল ভট্টাচাৰ্য্যৰ ঘৰত। বহুতো প্ৰবীন বেৰিষ্টাৰে লেখিব নোৱাৰা আপীল তেওঁ নিজেই লিখিছিল। কিন্তু ফল নহ'ল। কেইটামান সৰু সৰু ল'ৰাছোৱালী লৈ ঘৈণীয়েক প্ৰায়েই দেখা কৰিবলৈ আহে। প্ৰথমে অৱস্থা ভালেই আছিল কিন্তু মৰাৰ আগতে ল'ৰা-তিৰোতাক পথৰ ভিক্ষাৰী কৰি থৈ গল। এই মানুহটোৱে প্ৰায়ে কৈছিল, "হত্যাৰ তেওঁ একো নেজানে। শত্ৰু পক্ষৰ মানুহে আক্ৰোশত এনেয়ে ধৰাই দিছে। সচা মিছা নেজানো, সকলো আচামীয়ে তো এইদৰেই কয়। কিন্তু ফাচীকাঠৰ মঞ্চত উঠি সেই উক্তি কৰোতে মিছা বুলি উৰুৱাই দিব নোৱাৰিলো।

ৰাধিকা বাবু মনে মনে ৰল। শেষৰ দৃশ্যতো বোধহয় তেখেতৰ চকুত ভাঁহি উঠিছিল। অলপ বৈ কলে, "আচামী মঞ্চৰ ওপৰত, হেংমেনো ৰেডি, মাত্ৰ চাহাবৰ ইঙ্গিতৰ অপেক্ষা।" "এটা নিৰপৰাধ মানুহক ফাঁচী দি তোমালোকেহে খুন কৰিছা।"

এই বাক্য কোৱাৰ পিছত তাৰ সুৰ কোমল হ'ল। প্ৰাৰ্থনা কৰাৰ দৰে ধীৰে ধীৰে কলে, "অন্যায় অবিচাৰ কৰি যি মোক জীয়াই থাকিবলৈ নিদিলে, মোৰ স্ত্ৰী পুত্ৰৰ মুখৰ অন্ন কাঢ়ি নিলে— হে ভগৱান তাহাঁতক তুমি বিচাৰ কৰিবা।"

কথা-বাৰ্ত্তা পাতিছিলো ডিপুটি বাবুৰ অফিচত। চুকলৈ আমাৰ তৰুণ সহকৰ্মী সীতাংশু বহি আছিল। ভদ্ৰলোক ভাবুক। সকলোৰে মাজত থাকিও অকলশৰীয়া। সেই দোষতেই চিনাকী মহলৰ মাজত তেওঁৰ নিন্দা প্ৰশংসা দুইটা আছিল। আজি ৰাতিপুৱা তেওঁ অনুপস্থিত থকা মই লক্ষ্য কৰিছিলো। সুধিলো, "আপুনি কোনো ফাঁচী দেখা নাই নে কি সীতাংশু বাবু?"

তেওঁ চক্ খাই উঠিল। বোধহয় তেওঁৰ চিন্তাত বাধা পৰিল। তাৰ পিছত আবেগৰে কলে, "দেখিছো চাৰ, এটা মাত্ৰ ফাঁচী দেখিছো। কিন্তু সেয়া ফাঁচী নহয়। শ্বহীদৰ বেদীত দেশ প্ৰাণ ভক্তৰ জীৱন বলি। এই প্ৰসঙ্গত তেওঁৰ কথা উল্লেখ কৰি তেওঁক অসন্মান নকৰো।

সীতাংশুৰ এই ভাবৰ আবেগ মই উপলব্ধি কৰিছিলো। সীতাংশুৰ দৰে তেনে দুই এজনক দেখাৰ মোৰো সৌভাগ্য হৈছিল। যি মহৎ উদ্দেশ্যত মৃত্যুবৰণ তাতো প্ৰচণ্ড মোহ আছে। সেই মোহে মনক আচ্ছন্ন কৰিলে মৃত্যুৰ বিভীষিকা আতৰি যায়। মৰণ তেতিয়া ভয়ঙ্কৰ নহয়, সুন্দৰহে। ফাঁচী কাঠৰ মঞ্চৰ ওপৰত ঠিয় হৈও তেওঁলোকৰ চকুত ফুটি উঠে আত্ম-তৃপ্তি। কণ্ঠত সতেজ গৰ্ব্ববোধ। তেওঁলোকে জানে তেওঁলোকৰ কাৰণে দেশমাতৃৰ আশীৰ্ব্বাদ আৰু জনগণৰ শ্ৰদ্ধা থাকি গল। সেয়েহে উন্নত শিৰেৰে,

নিৰ্ভয়ে, হাঁহিমুখে, স্বচ্ছন্দে ডিঙিত ফাঁচীৰ জৰি লয়। এয়াতো মৃত্যু নহয় আত্মদান। এই মৃত্যু অকল দেশৰে গৌৰব নহয়, তেওঁৰ নিজৰ কাৰণেও অন্তিম সম্পদ।

কিন্তু সেই সম্পদৰ কণাৰ পৰাও যি বঞ্চিত হ'ল, মৃত্যুৱে যাক অকল ক্ষতি, লজ্জা, গ্লানি আৰু অভিশাপ দি গল, যি সমাজৰ পৰা, আত্মীয় স্বজনৰ পৰা পালে মাথো নিন্দাৰ টোপোলা সেই সকল নিঃসম্বল, হতভাগ্য, সংসাৰ পৰিত্যক্ত নৰঘাটকীয়ে মৃত্যুক কিহৰ বলত বৰণ কৰিব? কি অৱলম্বন লৈ সিহঁতে মৰণ-সাগৰৰ সীমাহীন অন্ধকাৰত ভৰি দিব? সেয়েহে মৃত্যুৰ বিভীষিকা ৰূপটোহে তেওঁলোকৰ চকুত পৰে। সেই ৰূপ দেখি কোনোবাই ফঁচীৰ মঞ্চত বজ্ৰাহতৰ দৰে স্তব্ধ হৈ থাকে। কোনোবা দুখত ভাগি পৰে; কোনোবাই অৰ্থহীন প্ৰলাপেৰে মৃত্যুৰ বিভীষিকাক ঢাকি ৰাখিব খোজে।

মৃত্যু ছায়া কি বস্তু মইতো স্বচক্ষে দেখিছো। আজি তোমাৰ ফাঁচী— এনে এষাৰ বাক্যই-সুস্থ, সবল মানুহ এজনৰ মুখৰ পৰা সকলো তেজ শুহি নিয়ে। মৃত্যু আসন্ন বুলিতো সি আগতেই জানিছিল। এই দিনটোৰ কাৰণেতো বহুত দিনৰে পৰা আয়োজন চলি আছিল। তথাপি আহিবলগীয়া আৰু উপস্থিত হোৱাৰ মাজত বিৰাট ব্যৱধান। নিশ্চিত হলেওঁ সি মৰণৰ কথা ভাবিহে আছিল। আজি কিন্তু একেবাৰে মুখামুখি হৈ পৰিল। তেজ মঙহৰে গঢ়া মানুহৰ মুখ পৰিবৰ্ত্তন হ'ল কঙ্কালৰ মুখলৈ। এই দৃশ্য কেইজনে দেখে? সীতাংশুৱে দেখিছিল, কিন্তু নেচালে।

সীতাংশুৰ লগত মোৰ বিৰোধ নাই। পুণ্যাত্মা শ্বহীদৰ কাৰণে ৰল মোৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি। কিন্তু এই পাপাত্মা খুনীহঁতৰ কাৰণে একোৱেই নাই। তাত মই ৰিক্ত হস্ত। মোৰ ওচৰত, সংসাৰৰ মানুহৰ ওচৰত কোনো দাবী নাই। তথাপি কেতিয়াবা সঙ্গীহীন অকলশৰীয়া সন্ধিয়াত মন যেতিয়া নিজৰ ভিতৰতে চাপ খাই আহে— চকু মুদিলে মই দেখো সেই মৰণাহঁত, ৰক্তলেশহীন, ভীত, শেতাঁ খীন মানুহবোৰ। ভয় নহয়— ঘিণ নহয়— কিবা এক অব্যক্ত মমতাত অন্তৰ ভৰি উঠে।

